# কঃ পন্থাঃ

[ ১৯১৯ ইং চনত লেখা ]

শ্ৰীকমলাকান্ত ভট্টাচাৰ্য্যৰ দ্বাৰাই
প্ৰণীত আৰু প্ৰকাশিত

এই গ্ৰন্থখনি অসমীয়া ৰাইজে যেন মন দি পঢ়ে এই প্ৰাৰ্থনা কৰা গল।

বেচ ।৷০ আঠ অনা মাত্ৰ।

# উৎসৰ্গ

এই গ্ৰন্থখনি মোৰ অতি স্নেহৰ জ্যেষ্ঠা কন্যা
শ্ৰীমতী স্নেহলতা আইদেও আৰু জামাতা
শ্ৰীমান শৰৎচন্দ্ৰ বৰুৱা বাপাক
উৎসৰ্গ কৰিলোঁ।

শ্ৰীকমলাকান্ত ভট্টাচাৰ্য্য
২২ শাওন, ১৮৫৬ শক

# পাতনি

এই গ্ৰন্থখনি যেতিয়া মোৰ হাতীৰ কাৰবাৰ ফেইল হল তেতিয়া মোৰ মনৰ চিন্তা বৰকৈ দেশৰ অৱস্থাৰ ফালে ঢাল খালে। দেখিলোঁ যে অসমীয়া মানুহৰ জ্ঞান-উন্নতি পিনে অলপো মনকাণ নাই। অনেক ডেকাসকলৰ ভিতৰত বি-এ, এম-এ, মহলা দি উঠা আৰু আইনৰ মহলাত উঠি উকীল হোৱাও দেখা পাইছোঁ। কিন্তু প্ৰকৃত জ্ঞান-শিক্ষালৈ মন কাণ প্ৰায় অনেকৰ কম দেখা যায়। যি কোনো দেশ মাতৃ ভাষাৰ উন্নতিয়েই হে জ্ঞানী কৰি তোলে, দুখৰ বিষয় আমি অসমীয়া মানুহে মাতৃ-ভাষাৰ উন্নতিৰ পিনে একো চেষ্টা নকৰোঁ। পৃথিবীত যত বিলাক সভ্য দেশ আগৰপৰা গুৰিলৈকে শক্তিশালী আৰু পৰাক্ৰমী হৈ উঠিছিল আৰু উঠিছে সকলোবিলাক দেশেই যে মাতৃ-ভাষাৰ উন্নতি-সাধন দ্বাৰাই তেনে হৈছে তাৰ ভুল নাই। বিজ্ঞান, দৰ্শন, বুৰঞ্জী আৰু একেশ্বৰ-বাদ ধৰ্ম্মশাস্ত্ৰ মাতৃভাষাৰ চৰ্চ্চাৰ লগে লগে যি কোনো জাতিৰ ভিতৰত বহল হৈ পৰে সেয়ে জাতিটিৰ ভাব-ৰাজ্য গঢ়ি তোলে। আমি অসমীয়াই পুৰণি কালকে সাবট মাৰি ধৰি বহি আছেঁাহক। কাল যে একে ঠাইতে একেদৰে থিৰে নেথাকে তাৰ ভুল নাই। কালে পুৰণিক তললৈ পেলাই নতুনক যে ওপৰলৈ তোলে এই কথা নহয় বুলিব পাৰে কোনে? আমি অসমীয়াই সমাজ সংস্কাৰ কৰি আৰু জাতিভেদ শিয়াই সৈতে খানি পেলাই একে জাতি হৈ দেশ-প্ৰেম জগাই শকতকৈ একতা বান্ধেৰে বান্ধিবলৈ মহা-ভীৰু হৈ চেষ্টা নকৰাৰ কাৰণে নিৰাশাই ভয় দেখাইছে যে অসমীয়া জাতি নিৰ্ম্মূল হোৱাৰ পিনেহে গতি কৰিছে। জাতিভেদৰ বান্ধ ছিঁড়ি বৰ্ত্তমান যুগধৰ্ম্ম অনুসাৰে জ্ঞান-বিজ্ঞান, কৃষি-বাণিজ্য প্ৰভৃতি ধন ঘটা বিদ্যাও আমি যদি একতা সূত্ৰত-আবদ্ধ হৈ শিক্ষা কৰিবৰ চেষ্টা

নকৰোঁ। তেন্তে ১০।১২ বছৰৰ ভিতৰতে অসমীয়া জাতিৰ নাম নুমাব যে তাৰ ভুল নাই। এই গ্ৰন্থখনিয়েই দেখাব আমাৰ জ্ঞান বিজ্ঞানৰ উন্নতি কেনে দৰে হব লাগে। ব্ৰাহ্মণ কায়স্থ সমাজত বিধবাবিবাহ নোহোৱাৰ কাৰণেই ঈশ্বৰৰ অভিশাপ পৰিছে, এই কথা মই দঢ়াই দঢ়াই কওঁ সকলোৱে যেন ভাবি দেখে। ইয়াৰ বাহিৰেও ব্ৰাহ্মণ কায়স্থ সকলে আইন ভঙ্গ কৰি এই পৰ্য্যন্ত ১০।১২ বছৰৰ ভিতৰতেই ছোৱালীবিলাক বিয়া দি জ্ঞান শিক্ষাৰ বাট বন্ধ কৰিছে। এতেকে দেখা যায় ব্ৰাহ্মণ কায়স্থ সমাজ একেবাৰে তল নামি অতল তলিত পৰিব খুজিছে। এই গ্ৰন্থখনি পঢ়িলেই মোৰ শুভ ইচ্ছাৰ ভাব আমাৰ দেশৰ মানুহে বুজি পোৱাৰ আশাৰেই প্ৰকাশ কৰিলোঁ।

কঃ পন্থাঃ গ্ৰন্থখনি মই ১৯১৯ ইং চনতেই লেখা বুলি আগতে দেখাই আহিছোঁ। স্বৰ্গীয় বিষয়ৰাম বিশ্বাসী এজন ভাল সাহিত্যিক লোক আছিল। সাহিত্যিক যে প্ৰায় দৰিদ্ৰ তাক অনেক দেশেই প্ৰমাণ কৰে। কিন্তু দেশৰ মঙ্গল-সাধক সাহিত্যিকবিলাকেই জাতি গঠন কৰে। এই বিষয়ৰাম বিশ্বাসীয়ে দৰিদ্ৰ অৱস্থা ভুগিও সদায় সাহিত্যৰ উন্নতি কামতেই কাল কটাইছিল, শেষত তেওঁ দৰিদ্ৰ অৱস্থাতেই ঢুকায়। মোৰ গ্ৰন্থখনি তেওঁ আখৰ ভাল দেখি নকল কৰিবলৈ ধৰোত নকল কৰি দিলে; তেওঁ দুই পিঠিত লেখাৰ কাৰণে ছপা কৰিবলৈ অসুবিধা গতিকে শ্ৰীমান মুনীন্দ্ৰনাথ গগৈ বি-এ, বাপাই এতিয়া এপিঠি এপিঠি কৰি নকল কৰি বুঢ়া বয়সত মোক বৰ সহায় কৰিলে। এতেকে স্বৰ্গীয় বিষয়ৰাম বিশ্বাসী আৰু শ্ৰীমান মুনীন্দ্ৰ বাপাৰ কৃতজ্ঞতা শলাগ নোলোৱাকৈ মই থাকিব নোৱাৰিলোঁ। ইতি—

শ্ৰীকমলাকান্ত ভট্টাচাৰ্য্য
উজান বজাৰ গুৱাহাটী

# কঃ পন্থাঃ

বাট অনেক, এটা ৰাজ-আলিতে আহি মিলিছেহি। এই ৰাজ আলিটি পাই তাতে লগা অনেক বাট দেখি বৰকৈ বিচুৰ্ত্তি হৈ মই ভাবিবলৈ ধৰিলোঁ। আৰু নিজকে নিজে সুধিলোঁ। "কঃপন্থা" অৰ্থাৎ কোনটি বাটেদি যাওঁ। এই কথাৰ আচল অৰ্থ হৈছে বৰ্ত্তমান যুগৰ মহাসমস্যা। এই সমস্যাৰ গুৰি টলকি চালে ইয়াকেহে দেখি যে পুৰণিক এৰি দি নতুনক সাৰটি ধৰা। নতুন আৰু পুৰণি দুটিয়ে অনবৰত ঘোৰ কন্দল পাতি বৰ্ত্তমান যুগত যুদ্ধ কৰিবই লাগিছে। নতুনে পুৰণিক কৈছে যে তেওঁৰ কথামতে নতুন আৰু চলিব নোৱাৰে, কাৰণ নতুনে পুৰণি বাট এৰি ন-বাট ধৰা স্বাভাৱিক। পুৰণিয়ে নতুনক কয় যে পুৰণিক এৰিলে নতুনৰ অস্তিত্ব নাথাকে কাৰণ নতুন কেৱল বালিৰে বন্ধা গড়া, কেতিয়া ভাগি যায় তাৰ ঠিক নাই। নতুনে কয় পুৰণি বাটটি খলা-বমা আৰু বেকা, বোকা-পানীৰে ভৰা; এই বাট এৰি নতুন আলি পোন কৰি বান্ধি, সেই দি চলা ফুৰা নকৰি পুৰণি আলিকে ৰাখি চলাফুৰা কৰিলে উন্নতিৰ গন্তব্য ঠাই সোনকালে পোৱা টান আৰু সদায় পুৰণিকে সাৱটি মাৰি ধৰি য'তে আছে ততে থকা হৈ পৰে, তেনেহলে বৰ্ত্তমান যুগৰ যিটি উন্নতিৰ ভাওনাঘৰ সেইটি সোনকালে বা একেবাৰে পাচৰ আশা কেতিয়াও কৰিব নোৱাৰি। পুৰণিয়ে এই কথাৰ উত্তৰত এই প্ৰতিবাদ কৰে যে, যদি নতুনে নতুন বাট কৰিব খোজে তেনেহলে তেওঁ পুৰণি ঠাইখিনি এৰি দি নতুন ঠাইলৈ গৈ নতুন বাট বান্ধিব লাগিব;

পুৰণি ঠাইত থাকি নতুনে নতুন বাট বান্ধে কেনেকৈ? যিহেতু অতীজৰে পৰা এই ঠাইত পুৰণি বাট আছে। পুৰণিয়ে এটি নতুন আলি বান্ধিবলৈ নতুনক মাটি নিদিয়ে। পুৰণিৰ পৰা বলেৰে মাটি কাঢ়ি নিবলৈকো নতুনৰ সংখ্যা নিচেই তাকৰ। পুৰণি আৰু নতুনে এনে বিলাক তৰ্ক বিতৰ্ক কৰা অনেক দিনৰ পৰা শুনি শুনি মই সদায় ভাবি অস্থিৰ হওঁ। এনেতে এদিন ৰাতি মোৰ ঘোৰ টোপনিৰ অৱস্থাত এটি অচৰিত সপোন দেখিলোঁ। সেই সপোনটি এনে, যেন তাৰ কথা-বিলাক মোৰ দিঠকতে দেখা। এই সপোনটি এতিয়া ভাঙ্গি কওঁ:—

বিবেকেশ্বৰ বৈৰাগী মই মনত পৰা দিনৰে পৰা মোৰ ঘৰলৈ আহি গৈ থাকে তেওঁ মোক বাৰে চহৰে ভাওনা পতাৰ জাননী এখন আনি দিলেহি। জাননীখনত এই লিখা আছিল "আসাম-বাসী সকলো ধৰ্ম্মৰ সকলো জাত কুলৰ ৰাইজক এই জাননী দি শিৱসাগৰ জিলাৰ ৰাইজ সকলে যোৰহাটৰ মালৌ পথাৰত বাৰ চহ-ৰৰ ভাওনালৈ মিনতিকৈ নিমন্ত্ৰণ কৰি জনাইছে যে আসামৰ ৰাইজ সকলে যেন বাৰ চহৰৰ ভাওনাত উপস্থিত থাকি ৰং-তামচা, শিল্প আৰু কৃষি প্ৰদৰ্শনী চাই যায়হি। নিজ নিজ জিলাৰ মানুহে যি যেনে প্ৰদৰ্শনী দেখাব পাৰে তাক আনিবলৈ যেন ত্ৰুটী নকৰে।" এই জাননীখন পাই বাৰ চহৰৰ ভাওনা দেখাৰ কাৰণে মোৰ মনে ইচ্ছাৰ জৰী ডালিত টান দি যেতিয়া উগদনি ঘণ্টা বজাব ধৰিলে তেতিয়া মই যোৰহাটৰ বাৰ চহৰৰ ভাওনা চাবৰ নিমিত্তে যাবলৈ উদগি পৰিলোঁ, বিশেষকৈ বিবেকেশ্বৰ বৈৰাগীয়ে মোক বৰকৈ উদগাব ধৰিলে, কিয়নো তেওঁ বাৰ চহৰে পতা ভাওনা বিলাক চাবলৈ বৰকৈ ইচ্ছা প্ৰকাশ কৰিলে। দিন বাৰ ঠিক কৰি আমি দুয়ো বাৰ চহৰৰ ভাওনা চাবলৈ গলোঁ। বাৰ চহৰৰ ভাওনা কেনে আৰু

কিহক বোলে এই কথা আগেয়ে মই জনা নাছিলোঁ। যেতিয়া যোৰহাটৰ মালৌ পথাৰখনিত মাঘৰ বিহুৰ পোন্ধৰ দিনৰ পিছত নানা ঠাইত অসংখ্য ৰভাবিলাক, মৌজাৰ খেলে খেলে আৰু কুলে কুলে ৰাইজে সাজি একেলালিকৈ এমাহৰ কাৰণে ভাওনা আৰু তাৰ লগত প্ৰদৰ্শনী দেখুৱাৰ অৰ্থে আয়োজন কৰা দেখিলোঁ, তেতিয়াহে বুজি পালোঁ যে বাৰ চহৰৰ ভাওনা ইয়াকেহে বোলে। এই বাৰ চহৰৰ ভাওনা চাবলৈ কত ঠাইৰ যে কিমান মানুহ আহিছে তাক কোনে লেখি মুঠ বুজাব পাৰে? অহা আহিছে, যোৱা গৈছে, মানুহৰ পৰা বিদ্দি-সন্দি একোকে পাব নোৱাৰি।

ৰভাবিলাক ঘূৰিপকি চাৰিওপিনে চালোঁ, ঠায়ে ঠায়ে নানা খেলৰ নানাকুলীয়া মানুহৰ ৰভা বেলেগ বেলেগ কৈ সাজিছে আৰু দিনত বৰ সবাহ, ৰাতিলৈ "কুমৰ হৰণ" "ৰুক্মিণী হৰণ" "বলি ছলন" "ৰাস যাত্ৰা" "বঘাসুৰ বধ" "সিন্ধুৰা পৰ্ব্ব" আৰু "কূলাচল বধ" ইত্যাদি ভাওনা পাতিছে। কোনো কোনো দিনা দিনৰ বেলা সকলো ৰাইজে নিজ নিজ খেল আৰু কুলৰ ভিতৰত ভোজ ৰান্ধি খাইছে। কোনো ঠাইত অসংখ্য চৰু-খুতি মাৰি গায়ে গায়ে ৰান্ধি খাইছে। ৰভা-ঘৰ বিলাকৰ ভিতৰত দেখিলোঁ কোনোটিত বামুণ, কাইথ, কলিতাই মিলি একে ঠাইতে ভাওনা পাতিছে, তাত গোসাঁই আৰু ঋষি মুনিৰ ভাৱৰীয়া বামুণ মাত্ৰ হব পাৰে, আন হব নোৱাৰে। কোনোটিত নদীয়ালৰ (কৈবৰ্ত্ত) খেল; মানুহে তাতো একে গোঁসাইৰ শৰণীয়া বিলাকল সেইসকলহে একে ঠাইতে মিলি ভাওনা পাতিব পাৰে, আনে নোৱাৰে, এই কাৰণে আন গোসাঁইৰ শৰণীয়া নদীয়ালৰ (কৈবৰ্ত্ত) ভিতৰতও নানা খেলৰ নানাখন ৰভা। কোনো ঠাইত বৃত্তিয়াল (বণিয়া) সকলে সেইদৰে নিজ নিজ খেল মতে পৃথকে পৃথকে

ৰভা সাজি সবাহ ভাওনা পাতিছে। কছাৰীৰ কছাৰী ভাগে, সোনোৱালৰ সোনোৱালৰ ভাগে, ডেকাৰ ডেকা ভাগে, কোচৰ কোচ ভাগে, মদাহী, বৰাহী আৰু মৰাণ আৰু লালুং ইত্যাদিৰ নিজ নিজ ভাগে ৰভা সাজি সবাহ ভাওনা পতা হৈছে। যুগী আৰু সুত কুলীয়া ৰাইজ সকলেও নিজ নিজ খেল অনুসাৰে সেই পথাৰখনিত ৰভা সাজি গায়ে গায়ে সবাহ ভাওনা পাতিছে। তাত গাখীৰ, দৈ আৰু গুৰ এইখিনি নেপালীয়ে যোগাইছে। মাছ আনি যোগাইছে বঙালা জালোৱাই, কাপোৰ কানি আৰু দাইল, লোন-তেল এনেবিলাক পিন্ধা আৰু খোৱা বস্তুৰ দোকান কেঞা আৰু হিন্দুস্থানীয়ে পাতিছে। কানি আৰু ভাঙৰ মহলদাৰে সেৰে সেৰে কানি আৰু ভাঙ আনি বিক্ৰী কৰিছেহি। চাৰিওপিনে কানি খোলা পাতি ৰাইজে কানিৰ টিকিৰা হোপাৰ ধোৱাঁই আৰু ভাঙৰ দমৰ ধোৱাঁই গোটেই ঠাইখন এনে ধুৱঁলী-কুৱঁলী কৰিছে, যেন, বৈদিক সময়ত নৈমিষাৰণ্যত আৰ্য্য ঋষি সকলেহে যজ্ঞ পাতি হোম কৰিছে।

এই মহা মেলাখন দেখাৰ কাৰণে কলেজ আৰু স্কুলৰ ছাত্ৰবিলাকেও ছুটী পাই গৈছে। কলেজৰ ছাত্ৰসকলে অনেক ঠাইত ৰাইজবিলাকে কানি ভাঙ এৰাৰ কাৰণে বুজাইছে। এনেতে এটি বৰ কোঢ়াল শুনা গল। দূৰৰ পৰা শুনোতে যেন মৰামৰি কিলাকিলিহে লাগিছে। মই বৈৰাগীয়ে সৈতে লৰালৰিকৈ তাক চাবলৈ গুচি গলোঁ, আমাৰ পিছে পিছে কলেজ আৰু স্কুলৰ ছাত্ৰবিলাকো লৰালৰিকৈ গল। তাত গৈ শুনিবলৈ পালোঁহক, যে এটি নদীয়াল (কৈবৰ্ত্ত) বা জালোৱা কেওটৰ মানুহে আভুৱাহৈ গোঁসাই, বামুণ, মহন্ত আৰু কায়স্থ কলিতাই চালিখন সাজি সবাহৰ সম্ভাৰৰ বস্তু আৰু পানী যুগুত কৰি ৰাখি থৈছিল, তাতে অকস্মাৎ সমুখৰ পিনে সোমাওঁতে

গোটেইখিনি প্ৰায় ২০০০৲ টকা মানৰ দ্ৰব্য পেলনি গল। এই কথাকে ঋষি নদীয়ালৰ (কৈৱৰ্ত্ত) খেলৰ মানুহবিলাকৰ পৰা সিসকলে সেই-খিনি টকা দি বস্তুখিনি লৈ যাবলৈ কয়। নদীয়াল (কৈৱৰ্ত্ত) সকলৰ ৰভা ঘৰলৈ মানুহ পঠাই দি সিসকলে আজ্ঞা শুনাই দিয়ালে যে তেওঁ-বিলাকে দ্ৰব্য বস্তুৰ লোকচানিখিনি দি বস্তুখিনি লৈ যাওক, নহয় পেলাই দিওক। এই কথা নদীয়াল (কৈৱৰ্ত্ত) সকলে শুনি মৰ্ম্মান্তিক বেজাৰ পাই খঙতে জ্বলি উঠি হাই কৰিব ধৰিলে। তেখেত সকলৰ ভিতৰৰ এজন লেখা-পঢ়া জনা বি, এ শিক্ষিত ডেকা উঠি কবলৈ ধৰিলে ;—

"ৰাইজসকল আমাৰ কুলৰ অপমানৰ সীমা নাই, আমিও মানুহ, মানুহ হৈ ইমান ঘিণ, ইমান অপমানৰ ভাৰখনি কান্ধত লৈ থকাতকৈ মৰাই ভাল !! এই দোষ আমাৰ, আমি নিজকে নিজে সৰু আৰু হীন বুলি ভাবোঁ, অথচ মানুহ বুলিলে আমিও মানুহ, গোসাঁই, বামুণ, কায়স্থ আৰু কলিতা এইবিলাকো মানুহ, এনে স্থলত যেতিয়া আমাৰ মানুহ এটি তেখেতসকলৰ সবাহৰ দ্ৰব্য-বস্তু ঘুণ্ডত কৰি থোৱা চালিখনিৰ মুখলৈ সোমাওতেই তেখেতসকলৰ বস্তু বিলাক পেলনি যোৱা হল আৰু আমি তাৰ বাবে বস্তুৰ দাম দিব লগাত পৰিলোঁ, তেনে স্থলত এই বাৰ চহৰৰ সবাহত আমাৰখিনি ৰাইজে লগ লগাৰ সকাম কি? আমি কুকুৰতকৈও অধম হলোঁ, মেকুৰীতকৈও হীন হলোঁ বিশেষকৈ এই এটা কথা আপোনাসকলে দকৈ গমি চাব লাগে যে যি স্থলত গোঁসাই মহন্ত আমাৰ নিজ গুৰু সকলেও আমাক ঘিণ কৰে, তেনেস্থলত তেখেতসকলৰ শিষ্য হৈ থকাতকৈ খৃষ্টিয়ান হলে সন্মান পামহক। গোসাই, মহন্ত গুৰুৱে যেতিয়া আমাক শিষ-শৰণীয়া কৰে তেতিয়া এই মানে হয় যে, তেখেত সকলে আমাক নিজ জাতলৈ তুলিলে, এনে স্থলত যেতিয়া আমি

জাত নাপাওঁ, কেৱল কৰ-কাটলখিনি বছৰি বছৰি আমাৰ পৰা তুলি নিয়াৰ কাৰণেহে গুৰুশিষ্যৰ সম্বন্ধ, তেনেহলে তেখেতসকলক আমি কিয় গুৰু মানো আৰু কিয়বা তেখেতসকলৰ বিধান মতে চলোঁ। এইবিলাক কথা গমি আজিৰ পৰা আমালোকে ঠিক কৰোঁ যে আমি গোসাই, মহন্ত, বামুণ কায়স্থ, কলিতা আদি মানুহ সকলৰ কোনো কথাত লগ নালাগোঁ। আমাৰ জাতৰ দোষ কি? আমি মাছ মাৰোঁ আৰু তাক বেচোঁ। বামুণ, কায়স্থ, কলিতা ইত্যাদিয়েও মাছ নিজে মাৰি খায় কিন্তু প্ৰকাশ্যে নেবেচে। তেখেতসকলৰ কোনো কোনোৱে যে মাছৰ বিল ডাকি লয় তাৰ বাবে জালোৱাসকলৰ পৰা লাভকৰা কাম প্ৰকাৰান্তৰে মাছ বেচাৰ তুল্য নহয়নে? এই বাৰ চহৰৰ ভাওনা পাতি অসমীয়া ৰাইজক একে লগ কৰি গোটোৱাৰ মূলত কি উদ্দেশ্য ৰাইজ সকল! আপোনাসকলে তাক জানেনে? আজিকালি স্বায়ত্ত শাসন বা "হোমৰুলৰ" কথা উঠিছে, পৃথিবীৰ মানৱ জাতিৰ এতিয়া চকু ফুটি উঠিছে যে মানুহ মাত্ৰেই সমান—কোনো কাতোকৈ হীন আৰু কোনো কাৰো তলতীয়া নহয়— সকলোৱে একে আৰু সমান। বিলাতবাসী সকলেও আমাৰ অসমীয়াক "হোমৰুল" বা স্বায়ত্ত শাসন দিব খুজিছে, এতিয়া আমাৰ নিজ দেশৰ প্ৰধান ৰাজঘৰখনিত অৰ্থাৎ প্ৰধান শাসনকৰ্ত্তাৰ দৰবাৰত অসমীয়া ৰায়তসকলে প্ৰতিনিধি পঠাব লাগে। প্ৰতি জিলাৰ পৰা কাক কাক প্ৰতিনিধি পঠাব লাগে তাক মনোনীত কৰি ৰায়তৰ মত লোৱাৰ অৰ্থে আৰু বিলাতলৈ আমাৰ দুজনমান উপযুক্ত মানুহ বছৰি বছৰি পঠাই তাৰ ৰাইজক আমাৰ দুখৰ কথা ভালদৰে বুজাই থাকিবলৈ বৰ লাগতিয়াল হৈ উঠিছে, এই কাম যদি অসম দেশে নকৰে তেনেহলে অসমীয়া মানুহ আন আন সভ্য জাতিৰ লগত উজাব নোৱাৰে, এই কাৰণে অসমীয়া

মানুহে এটি ৰাজহুৱা ধনভড়ঁাল পাতি তাত ৰৰঙনি তুলি বহুত টকা জমা ৰাখিব লগাত পৰিছে! দেশৰ এনে সুকাৰ্য্য সাধনৰ অৰ্থে অসমৰ জনদিয়েক উদাৰচেতা লোকে চেষ্টা কৰি এই বাৰ চহৰৰ ভাৎনা পাতিছে। এতিয়া কথা হৈছে বৰ্ত্তমান যুগধৰ্ম্ম মতে সকলো মানুহক ইটিয়ে সিটিক সমান নেদেখিলে আৰু আগৰ দিনৰ পুৰণি কথাকে সাৱট মাৰি ধৰি ঘৃণা, বিদ্বেষ পুহি ৰাখিলে আমাৰ নদীয়াল (কৈবৰ্ত্ত) সকলে আগৰ দিনৰ চৈধ্য পুৰুষীয়া উপাধীধাৰী ফুকন, বৰুৱা ডাঙৰীয়া সকলৰ আৰু গোসাঁই মহন্ত বামুণ আদিৰ কথামতে চলি আমি তেখেত সকলক ডাঙৰ কৰিব নোৱাৰোঁ। আমাৰ জাতৰ মানুহৰ ভিতৰতো আমাক বেলেগ প্ৰতিনিধি লাগে।" বি-এ, উপাধিধাৰী শিক্ষিত পানী কেওঁটৰ যুবকজনে এইখিনি কথা কৈ সামৰণি মাৰোতেই এজন জ্ঞানী বুঢ়া নদীয়ালে (কৈবৰ্ত্ত) কব ধৰিলে ;—

"ৰাইজ সকল! প্ৰায় দুহাজাৰ টকা মানৰ যুগুত কৰা বস্তু চুৰা হৈছে বুলি আমাক দাম দি গোসাঁই, মহন্ত, বামুণ আদিৰ ৰভাৰ মানুহে সেইখিনি আনি আমাৰ কামত খটাবলৈ বুলি যে কৈছে তাক আমি কেনেকৈ কৰোঁ। তেওঁবিলাকৰ ভিতৰত ধনীৰাম শৰ্ম্মা নামেৰে যিটি বামুণ আছে তেওঁ ধনীৰাম যে ধনীৰামেই, তেওঁ বহুত টকাৰ গৰাকী, তেওঁৰ বাপেকে আহোম কছাৰীৰ পুৰোহিত কাম কৰি বহুত টকা জমা কৰি থৈ গৈছে, ধনীৰাম শৰ্ম্মাই ডেকা বয়সত তলে তলে যুগীয়নী ছোৱালী এজনী ৰাখিছিল, তেওঁৰ ফালৰ পৰা তাইৰ গৰ্ভত জন্ম হোৱা যিকেইটা লৰা ছোৱালী এতিয়াও দশ ডাঙৰ হৈছে, এই ধনীৰাম শৰ্ম্মাই গোসাঁই, বামুণ, মহন্তসকলক দহ হাজাৰমান টকা দি উদ্ধাৰ হৈ জাত পাই পিছে বামুণী ছোৱালী বিয়া কৰিলে, সেই ৰভাখনিৰ কোমল চাউল তেওঁ তিয়াইছে, পানী তেওঁ ছুইছে, আমি কেনেকৈ যুগীয়নীত খোৱা

বামুণটিৰ হাতে খাব পাৰোঁ, আমাৰ জাত নাযাব নে? এতেকে যুগী সকলৰ ৰভাব ৰাইজে, গোসাঁই, বামুণ সকলৰ ৰভাব বস্তুখিনি নিয়ক আৰু মূল্যফেৰি যি হয় হিচাপ কৰি দিয়ক।” এনেতে এজন মাজ বয়সীয়া যুগীৰ গাওঁবুঢ়াই মাত লগাই কব ধৰিলে ;—

“হে ৰাইজসকল! আপোনাসকলে বিবেচনা কৰক, গোঁসাই বামুণৰ ৰভাখনিৰ ভিতৰৰ কেনে বিধৰ কোন কোন মানুহ আছে তাক আমাৰ জনা আছে, সেই যে কোট পেটলুন পিন্ধি ফুৰা শিবেশ্বৰ বৰুৱা ডেকা লৰাটিক দেখিছা, তেওঁ তাহানি ডিব্ৰুগড় ৰেইল অফিচত কাম কৰিছিল, তাতে তেওঁ এজনী বৃত্তিয়ালৰ (বণিয়া) সুন্দৰী ছোৱালী ৰাখিছিল, পিছে তেওঁৰ বাপেক বুঢ়াবৰুৱাই সেই কথা গম পাই কাম এৰুৱাই আনি এতিয়া নিজৰ চাহবাগীছাত ৰাখি নিজ কাম চলোৱাইছে। আৰু মুনচুপৰ জীয়েকক বিয়া কৰোৱাই দিছে।

তেওঁ কুলত বামুণ হৈ যেতিয়া বৃত্তিয়ালনীক (বণিয়া) ৰাখিছিল, এতিয়া তেওঁ যিস্থলত গোসাঁই বামুণৰ ৰভাত ছোৱা গজা কৰিছেহি আমি কেনেকৈ বস্তুখিনি আনি খাওঁ, আমাৰ জাত নাজাবনে? এতেকে বৃত্তিয়াল ৰাইজৰ ৰভাই সেই বস্তুখিনি দাম দি আনক।” এনেতে নদীয়াল এজনে মাত লগাই উঠিল যে, তেনেহলে কথাই গুছিল! আমিনো বৃত্তিয়ালনীক ৰখা বামুণে ছোৱা গজা কৰা বস্তু খাব পাৰোনে? আমাৰ জাতক একেবাৰে তললৈ নিয়াহে হব, এতেকে বৃত্তিয়ালৰ ৰভাই সেই বস্তুখিনি আনক।” এই কথাৰ অন্ত হওঁতে বৃত্তিয়ালৰ ফালৰ এম্-এ উপাধি পোৱা শিক্ষিত যুৱক এজনে থংমুৱাকৈ কব ধৰিলে; “বামুণ কলিতাৰ ভিতৰৰ কেইবাজনো শিক্ষিত ডেকা বিলাতলৈ গৈ ভাত খাই বই জাত কুল এৰি উলটি যিস্থলত নিজ দেশলৈ আহি নিজ নিজ জাতৰ ছোৱালী বিয়া কৰি জাতত উঠি

সেই গোসাঁই বামুণ সকলৰ লগত আছে আৰু একেলগে খোৱা-লোৱা কৰিছে, তেনেহলে গোসাঁই বামুণ আদিৰ জাতেই নাই, তেখেতে সকলৰ জাত আমাতকৈও নাই, এতেকে গোসাঁই বামুণৰ সৈতে খালে সকলো মানুহৰ জাত যায়।” এই কথা কওঁতে সমূহ ৰাইজৰ সকলো কুলৰ সকলো খেলৰ মানুহে ‘হয়’ ‘হয়’ কব ধৰিলে আৰু কোনো কোনোৱে কব ধৰিলে যে বামুণেই সকলোৰে জাত মাৰিলে অথচ বামুণেই নদীয়াল, বৃত্তিয়াল, যুগী, সুতকুলীয়া, লালুং কছাৰী আহোম আৰু ছুটিয়াক ঘিণ কৰে, এই সকল মানুহৰ কোনো মানুহৰ হাতে বামুণে জল ব্যৱহাৰ কৰিলে তেখেত সকলৰ জাত যায়, আন কি কোনো কোনো কুলৰ মানুহক এনে নীহকুলীয়া বুলি তেখেতসকলে ভাবে যে তেওঁবিলাক ঘৰ সোমালেও পানী চুৱা যায়। হোকাৰ পানী পেলাই দিয়ে, আনপিনে বিলাতী পানী ( soda water ) বটলত তিনি চাৰি পইছা দি কিনি আনি সকলোৱে খায়, তাত হলে জাত নাযায়। ইয়াৰ বাহিৰেও জিলাত ঘৰে ঘৰে ব্ৰহ্মপুত্ৰৰ পৰা কলেৰে পানী তুলি যোগাইছে, সেই পানী গুৰিত মছলমান আৰু চাহাব সকলে ছোৱা নহয়নে? এই কথাৰ বাহিৰেও ভাবি চালে আজি কালি জাতনো কাৰ আছে! জাহাজ হোটেলত আৰু ৰেইলৰ ষ্টেশ্যনৰ হোটেলত মছলমান খানচামাৰ হাতে লুকাই ভাত খোৱা অনেক শিক্ষিত মানুহ, গোসাঁই-বামুণ-কায়স্থ কলিতাৰ ভিতৰৰে। এনেস্থলত অইনক দেখুৱাবলৈ জাতৰ বান্ধ দিনে দিনে টানহে হৈ আহিছে। নদীয়াল, বৃত্তিয়াল, নমোশূদ্ৰ, যুগী, সুতকুলীয়া, কছাৰী, সোণোৱাল আৰু বৰাহী ছুটীয়া আদি মানুহক গোসাঁই, বামুণসকলে যেতিয়ালৈকে উদ্ধাৰ কৰি কলিতা কেওটৰ শাৰীলৈ নিনিব তেতিয়ালৈকে ঘিণ কৰি তলত পেলাই থোৱা জাতকুলৰপৰা সহানুভূতিৰ আশা নিষ্ফল

যাথোন। ৰাইজসকল শপত খাওঁহক, আহা, আজিৰপৰা তেখেতসকলৰ কথাতে আমি লগ নালাগোঁহঁক আৰু গোসাঁই বামুণ কোনো বিলাকক একেবাৰে এৰি পেলাই আমিও লগুণ লৈ বামুণ ক্ষত্ৰিয় হওঁহক। নটি গুণৰ এটি গুণ নেথাকিলেও যদি বামুণ হয় বজাৰত তাছ সূতা ভৰি আছে সকলোৱে পিন্ধি বামুণ হওঁ। আমাৰ কাম সকাম যি হয় ছাপা হোৱা বেদ শাস্ত্ৰ পঢ়ি আমাৰ জাতকুলৰ মানুহেই বামুণৰ কাম চলাব পাৰিব।” বৃত্তিয়ালৰ এম-এ উপাধিধাৰী শিক্ষিত ডেকাজনে সদায় তলত পৰি থকা ৰাইজসকলক যেতিয়াই এনেবিলাক কথা বুজাই কলে, তেতিয়া এক মুখে সকলোৱে “হয়” “হয়” কৈ উঠিল। এই সময় কচাৰী আৰু সোণোৱালৰ ৰাইজসকলে গৰগৰাই উঠি একমুখে কবলৈ ধৰিলে যে “অসমীয়া ৰাইজক একমুঠিয়া কৰি, বামুণ, কায়স্থ আৰু কলিতা মথাৰ বৰুৱা কুলক, আদি পূৰ্ব্বৰে পৰা ডাঙৰ বংশত জন্ম বুলি এতিয়াও অসংখ্যাত ডাঙৰীয়া হৈ থকাসকলে ডাঙৰ বোলাবলৈ এই বাৰ চহৰৰ সবাহ ভাওনা পতাৰ উচিলা হৈছে, এতেকে ৰাইজ সকল! আমাক যিস্থলত বামুণ গোসাঁই প্ৰভৃতিয়ে বহুদিনৰে পৰা মেলেছ ভাবি ঘিণ কৰি আহিছে তেনেহলে হয় গোসাঁই বামুণ আদিয়ে আমালোকক (সদায় তলত পৰি থকা সকলক); কায়স্থ কলিতাৰ শাৰীলৈ নি আমালোকেৰে সৈতে চলা খোৱা কৰক, নহয় বা চহৰৰ ভাওনা ভাঙ্গি আমি সকলোৱে ঘৰে ঘৰে গুচি যাওঁহঁক বলা।” এই কথাতে আহোম আৰু ছুটীয়া ৰাইজসকলে মাত লগালে “ঠিক কথা, এতেকে হে ৰাইজসকল! বাৰ বছৰৰ ভাওনা পতাৰ সকাম নাই।”

আগৰে পৰা গুৰিলৈকে ধৰ্ম্মানন্দ বৰুৱাই এই গোলমালখনৰ কথা শুনি আছিল, তেওঁ বামুণ, ভালদৰে লেখা-পঢ়া শিকি, পৈণত হোৱা লোক, তেওঁ বিলাতত বহুবছৰ থাকি পঢ়ি শুনি বেৰিষ্টাৰ

হৈ আহিছে। এইজন আসামৰ সুসন্তানে আসামৰ উন্নতি কিৰূপে কৰিব পাৰি তেওঁ সদায় ইয়াকেই ভাবি থাকে আৰু চেষ্টাও কৰি থাকে। তেখেতে এতিয়া উঠি কবলৈ ধৰিলে "হে ৰাইজসকল! আপোনাসকলে খং নাখাব, মই হাতযোৰ কৰি কথা কেআষাৰমান কওঁ শুনক। "মই বিলাতত বহুদিন থাকি ইংৰাজ জাতিনো কি গুণৰ বলত ইমান ডাঙৰ হৈছে আৰু আমাৰ ৩৩ কোটি মানুহে বাস কৰা ভাৰতভূমিৰ অধীশ্বৰ হল, তাৰ তত্ত্ব অনেক দিন বিচাৰি খোচাৰি ইয়াকেই পালোঁ যে ইংৰাজ জাতিৰ ধৰ্ম্ম বল আছে, মানুহৰ ধৰ্ম্ম কিহক বোলে আৰু বুজায় তাক তেওঁ লোকেহে জানে। সেই দেশৰ মানুহ সকলো স্বাধীনচিতীয়া ৰাজমন্ত্ৰীৰ পৰা মেতৰলৈকে সকলোৱে নিজ নিজ বাব অনুসৰি সদায় কামতে ব্যস্ত, কোনো বহি নাথাকে। কোনো মানুহে কাকো ডাঙৰ সৰু জ্ঞান নকৰে, ডাঙৰৰ পৰা সৰুলৈকে অৰ্থাৎ ৰাজঘৰীয়া ডাঙৰ ডাঙৰ বিষয়া আৰু ক্ৰোড়-পতি লাখপতি ধনী মানুহবিলাকৰ পৰা, কোনোমতে এসাজ ভাত খাই জীয়াই থাকিব পৰা দুখীয়ালৈকে, সকলোবিলাকেই ঘাইকৈ আত্মশাসন অৰ্থাৎ নিজ মান নিজে ৰক্ষা কৰে, কাকো কোনেও দেউতা, স্বৰ্গদেউ আৰু প্ৰভু-ঈশ্বৰ বুলি নাভাবেও আৰু সম্বোধনো নকৰে। সকলোৱে ভাবে যে মানুহ মাত্ৰেই সমান, ঈশ্বৰে সকলোকে সমানে সৃজন কৰিছে, কোনো ডাঙৰ সৰু হব নোৱাৰে, এই কাৰণে তাত দেখিলোঁ আমাৰ দৰে মানুহক কুকুৰতকৈও অধম ভবা বিধৰ জাতি ভেদ তাত নাই। সেই দেশৰ মানুহ এক মুঠিয়া হৈ আছে। বিলাত বা ইংলণ্ড দেশৰ মানুহৰ স্বদেশ আৰু স্বজাতিলৈ প্ৰেম বেচি, নিজ দেশ আৰু নিজ জাতিৰ কাৰণ জীৱন বিসৰ্জ্জন দিবলৈকো কুণ্ঠিত নহয়। নিজ দেশলৈ তেখেতসকলৰ মৰম বেছি থকাৰ কাৰণেই

তেখেতসকলে স্বাধীনতা উপভোগ কৰিব পাৰিছে আৰু বিদেশক নিজৰ তলতীয়া কৰি গছকা মাৰি ৰাখিব পাৰিছে। বিদেশৰপৰা ধন শুহি নিজ দেশক ঐশ্বৰ্য্যশালী কৰিব পাৰিছে। আমাৰ দেশৰ দৰে সেই দেশত নানা তৰহৰ বেবেৰিবাং মানুহ নাই। সেই দেশৰ মানুহে মানুহৰ নিমিত্তে জীৱনক বলি দান দিব পাৰে, মনুষ্যত্ব যাক বোলে সেই দেশৰ মানুহৰ গাতেইহে আছে, এতেকে মানুহৰ ধৰ্ম্ম আমাৰ নাই সেই দেশতেইহে আছে। ৰাইজসকল! আপোনা সকলে ভাবি দেখক আমি যে জাত জাত কৰোঁ, আমাৰ কি জাত আছে। আমাৰ যি জাত আছে তাক পশু জাত মাত্ৰ বুলিব পাৰি। চকুৰ আগতে যেই কোনো কুলৰ মানুহ এজনে ৰোগ বেমাৰত পৰি নিৰাশ্ৰয় হৈ থাকিলেও আমি তাক সেৱা-শুশ্ৰূষা নকৰোঁ। আমাৰ মানুহ এনে নিষ্ঠুৰ যে চকুৰ আগত ঘৰ বান্ধি নথকা এটি লোক বাটত পিয়াহত ককবকাই বেমাৰ পৰি পানী এটুপি কাতৰ কৈ খুজিলেও তাৰ মুখত পানী দিলে জাত যায় বুলি আঁতৰ হৈ গুচি যায়, আন কি নিজ অঙ্গহি বঙ্গহিকো হাইজা, ইনফ্লুয়েঞ্জা এনে বেমাৰ হলে এৰি থৈ গুছি যায়। এনে বিধৰ নিষ্ঠুৰ প্ৰকৃতিৰ মানুহ যি দেশত আছে সেই দেশৰ মানুহ কোন ধৰমী! ৰাইজ সকল, আপোনা সকলে কওকচোন! এনে মানুহক পশুতকৈও অধম নোবোলেনে? জাত কুলৰ বিচাৰ কৰা মানুহ কেতিয়াবা ঈশ্বৰৰ অনুগ্ৰহৰ পাত্ৰ হব পাৰেনে? যি দেশৰ মানুহৰ মৰা কুকুৰ, বিড়ালী, গৰু, মহ আৰু আন জন্তু কাণেৰে ভাৰ কৰি নি দূৰত শগুণে খাবলৈ পেলাই দিলে বা ছুলে জাত নাযায় কেৱল নানা জাতৰ ব্ৰহ্ম আত্মা থকা মৰা মানুহৰ দেহ স্পৰ্শ কৰি পুতিলে বা খৰি দিলে জাত যায়, এনে কাঠচিতীয়া অধৰমী মানুহ ভাৰতবৰ্ষৰ

বিশেষকৈ আসাম দেশৰ বাহিৰে পৃথিবীৰ কোনো দেশত নাই। এতেকে হে ৰাইজসকল! আমাৰ অসমীয়া মানুহ ধৰ্ম্মৰ পিনে, নীতিৰ পিনে, স্বভাৱৰ পিনে আৰু দয়া-মৰমৰ পিনে আন দেশৰ মানুহতকৈ কিমান তলত পৰি আছে চাওকচোন। যেই দেশৰ যেই মানুহৰে মছলমান ধৰমী বা খৃষ্টীয়ান ধৰমী মানুহক সেই সেই ধৰমী মানুহে, মৰা শুনা মাত্ৰ কেতিয়াও তাৰ সদগতি নকৰাকৈ নাথাকে। আমাৰ সকলো জাতিৰ হিন্দু ধৰমী মানুহক হিন্দুসকলে তেনে কৰে ক'তা? বাৰু! নদীয়াল, বৃত্তিয়াল, যুগী, সুতকুলীয়া, নমোশূদ্ৰ, আহোম, চুটিয়া, আৰু কছাৰী আদি জাতৰ ৰাইজসকলে যে, বামুণে তেখেতসকলক কলিতা, কায়স্থ আদি জাতৰ দৰে সজ কুললৈ উদ্ধাৰ কৰি তাৰ শ্ৰেণীভুক্ত নকৰে বুলি গোঁসাই, বামুণ সকলৰ গাত দোষ দিছে, এই দোষ কাৰ? আপোনাসকলৰ নহয়নে? আপোনাসকলে ভাবি চাওক, আপোনাসকলে নিজকে নিজে নীহ কুলীয়া যেন ভাবি নিজৰ আত্ম-সম্মান নষ্ট কৰিছে আৰু আপোনাসকলৰ মাজতহে জাতিভেদৰ কটকটিয়া বান্ধ্! উদাহৰণ স্বৰূপ দেখা যি আপোনাসকলৰ যুগী, আহোম, চুটিয়া, কচাৰি, নদীয়াল, বৃত্তিয়াল আৰু নমোশূদ্ৰ আদি জাতৰ ৰাইজসকলে, যিসকলে তেখেতসকলক গোঁসাই বামুণে সদায় নীহ জাতত পেলাই ৰাখিছে বুলি গোঁসাই বামুণক দোষ দি থাকে, জাতি ভেদৰ বান্ধ বৰ কটকটিয়া বান্ধেৰে ৰাখিছে, তেখেতসকলে, যদি জাতৰ গোটেই তলৰ খাপত আছেই, তেনেহলে তেখেতসকলৰ জাত যাবলৈ আৰু তলৰ খাপ কি আছে কওকচোঁন? যি স্থলত গোঁসাই বামুণে তিওৱা কোমল চাউল আদি বস্তুখিনি ইকুলীয়া সিকুলীয়াই পৰস্পৰে ছোৱা-গোজা কৰাত ইকুল সিকুলৰ জাত যায় তেনেহলে গোঁসাই বামুণে

কোন কুলক ওখ জাতলৈ নিব কওকচোন ? আপোনাসকলে নিজকে নিজে আপোনাসকলৰ জাত নীচেই তল খাপত আছে বুলি যে সদায় দুখ বেজাৰতে হুমুনিয়াহ কাঢ়ি থাকে তেনেহলে সমুদায় জাতৰ মানুহ মুঠ বান্ধি একে জাতৰ হৈ নপৰে কিয় ? এই কাৰণ হে ৰাইজ সকল ! মোক সঁচা কোৱাত ক্ষমা কৰিব, আপোনাসকলে তলৰ পৰা ওপৰলৈ উঠিবলৈ যদি চেষ্টা আৰু ইচ্ছা কৰে তেনেহলে আপোনা সকলৰ জাত তল খাপলৈ যাবলৈ একো জাত নাই, এই হেতুকে সকলোৱে এক জাতীয়া হৈ ওপৰ জাতলৈ উধাবলৈ চেষ্টা কৰক তেনে-হলে কি সাধ্য গোসাঁই বামুণসকলে আপোনাসকলক ঘিণ কৰিব পাৰে আৰু সজ জাতলৈ মুতুলি আপোনাসকলেৰে সৈতে ব্যৱহাৰ নকৰাকৈ থাকিব পাৰে ? বৰঞ্চ দেখা যায় আপোনাসকলৰ ভিত-ৰত জাতিভেদ নাথাকিলে গোসাঁই বামুণসকলে আপোনাসকলক কলিতা কোছৰ দৰে তেখেতসকলৰ ব্যৱহাৰত চলাবলৈ ইচ্ছুক আছে। এতিয়া কথা হৈছে এই যে যদি গোসাঁই বামুণে নদীয়াল বা বৃত্তিয়ালক কলিতাৰ জাতলৈ নিয়ে, তেতিয়া হলে আপোনাসকলৰ প্ৰত্যেক জাতেই গোসাঁই বামুণক জাতৰ পৰা নমাই নদীয়াল আৰু বৃত্তি-য়ালৰ জাতত থবগৈ সেইদৰে আপোনাসকলৰ ভিতৰৰ যেই জাতৰ মানুহকেই গোসাঁই বামুণে ওপৰলৈ তুলি, কলিতা, কেওট আৰু কোছৰ শাৰীত ব্যৱহাৰ কৰিব ধৰিব ততালিকে সদৌ জাতৰ মানুহে গোসাঁই বামুণক গৰিহণা যে দিব এনে নহয়, একেবাৰে সেই সেই জাতৰ মানুহৰ তলখাপৰ জাতত ৰাখি তেখেতসকলক এৰি পলাব। তাৰ প্ৰমাণ জাতিভেদলৈ আপোনাসকলৰ ৰাইজে আগতে যে তৰ্ক বিতৰ্ক কৰিছে, তাতকৈ দেখাবলৈ একো নাই। এতেকে হে ৰাইজ সকল ! জাতিভেদ যি স্থলত আপোনাসকলৰ কোনেও এৰিব

নোৱাৰে ই ধৰা বন্ধা কথা, তেন্তে মই গণি পিটিকি এই কথা আপোনাসকলক গোহাৰি কৰি কওঁ যে আপোনাসকলে নিজক হীন কুলীয়া বা নীচেই তলখাপত পৰি থকা মানুহ বুলি নিজে নিজে ভৰা কথাটিয়েই হৈছে আত্মহত্যা কৰাৰ তুল্য আপোনাসকলৰ মহা-পাপ। সকলোৱেই নিজ জাতত ডাঙৰ, কোনো সৰু নহয়, কোনো বৰো নহয়—সকলোৱেই মানৱ জাতিৰ ভিতৰৰ। মানুহক জ্ঞানেই ডাঙৰ কৰে, অজ্ঞানেই সৰু কৰে। জ্ঞানী-অজ্ঞানী, ধনী-দৰিদ্ৰ মানুহ পৃথিবীত সকলো জাতিৰ ভিতৰতে আছে কিন্তু আমাৰ দৰে ইকুলে সিকুলক ছোৱা-গোজা কৰাত ঘিণ কৰা জাতিভেদ পৃথিবীৰ কোনো জাতিৰ ভিতৰতে নাই; সেই গুণে পৃথিবীৰ সভ্য জগতৰ মানুহবিলাক আমাৰ দৰে গোলামতকৈ গোলাম নহৈ নিজে প্ৰতাপী হৈ নিজ নিজ দেশত স্বাধীন হৈ আছে। কাৰো সৈতে যে কাৰো মিল নাই আমাৰ আচল জাতিভেদেই তাৰ মূল কাৰণ। এই মহা-পাপৰ হেতু যদি মনি চোৱা যায় তেনেহলে অজ্ঞানতাতকৈ আন একো নাই। এতেকে হে ৰাইজসকল! আমি সকলোৱে মিলি কেনেকৈ বৰ্ত্তমান যুগ-ধৰ্ম্ম অনুসৰি জ্ঞান আৰ্জি উন্নতি লাভ কৰিব পাৰোঁ তাৰেহে চেষ্টা কৰোঁহঁক আহা!

মানুহ বোলোতে একেটা জাত। এতিয়া ভাবি চাওক* আমাৰ দেশখন জুৰি আমি যে আছোঁ। আমি মানুহ নে আন কিবা জন্তুহে! মানুহৰ দেহত যাইকৈ চাৰি বিধ ৰস আছে—দয়া, ক্ষমা, প্ৰেম আৰু ভক্তি। এই চাৰিবিধ ৰস যাৰ গাত থাকে সেয়ে মানুহ আৰু সেয়ে দেৱতা! হৃদয় ৰাজ্যৰ সিংহাসনখনিত ঘৃণা, হিংসা, বিদ্বেষ, অহঙ্কাৰ এইবিলাকেৰে সৈতে প্ৰেম-প্ৰীতি ভক্তি এইবিলাকক একেলগে বহুৱাব নোৱাৰি কাৰণ এটি আইনটিৰ বিপৰীত ভাৱৰ;

পূর্ব্ববিলাক পশুৰ গুণ আৰু শেষৰবিলাকহে মানুহৰ। এনে মানুহে কেতিয়াও নিজৰ ভিতৰত সৰু বৰ কৰি নিজক নভগায়। ধৰ্ম্মবীৰ আৰু কৰ্ম্মবীৰবিলাকৰ জীৱনতো এই ভেদ বিচাৰ দেখা নাযায়। আমাৰ দেশৰ মহাপুৰুষ শঙ্কৰদেৱে ভগবৎ প্ৰেমত বিভোৰ হৈ এই নিয়মতেই বলাই মিকিৰ, ভোট আতৈ গাৰো গোবিন্দ আতৈ চান্দখাঁ মছলমান আৰু ৰাধা কৈবৰ্ত্তনী প্ৰভৃতিক লৈ এটি সঙ্ঘ গঠন কৰিছিল। এইদৰে নানা দেশৰ নানা ঋষি মুনি বা মহাপুৰুষ সকলৰ জীৱন চৰিত্ৰ পঢ়িলে দেখা যায় সকলোৰেই জীৱনৰ ৰাজআলি একেটি মাথোন। এই হেতুকে জ্ঞানৰ ওখ টিঙত থকা ধৰ্ম্মৰাজ্যখনিলৈ যিমান মানুহ আগ বাঢ়িব, তিমানেই তেওঁৰ হৃদয়ৰ পৰা জাতিভেদৰ ভাব আঁতৰি যাব।

মূলকথা— জ্ঞানী মানুহৰ জাত নাই—আছে অজ্ঞানীৰ। জ্ঞানেই মানুহক বামুণ কৰে আৰু অজ্ঞানেই শূদিৰ কৰে। এই নিমিত্তেই গুৰিতে দেখা যায় "পণ্ডিতাঃ সম দৰ্শিনঃ"— পণ্ডিত হলেই সকলোকে সমান নেদেখাকৈ থাকিব নোৱাৰে। আমাৰ আসাম দেশখন তেনেই অজ্ঞান আন্ধাৰত সোমাই আছে— এই নিমিত্তে ইয়াত জাতিভেদৰ বান্ধটি বৰ কট্‌কটিয়া। এতেকে হে ৰাইজসকল ! আপোনাসকলৰ লৰা ছোৱালীক সকলো কথা কাতি কৈ থৈ জ্ঞান শিক্ষা অৰ্থাৎ ভালদৰে লেখা-পঢ়া শিক্ষা দিবলৈ চেষ্টা কৰক। এই কথা সিদ্ধি হৈ উঠিলে জাতিভেদৰ বান্ধ আপোনা-আপুনি ঢিলা হৈ পৰিব। অকল মতা লৰাক শিক্ষা দিলেই নহয়, মাইকী ছোৱালীকো সমানে শিক্ষা দিব লাগিব। কিয়নো "মুনিহ তিৰি দুয়ো হবা একমতি, তেবেসে সিজিব হৰিত ভকতি।" এই সাকৰা কথা আমাৰ মহাপুৰুষসকলৰ বাক্য, ইয়াক অৱহেলা কৰিলে অসমীয়া মানুহে যে কেতিয়াও উন্নতি কৰিব

নোৱাৰিব ই ধৰা-বন্ধা কথা। এই হেতুকে হৰিক ভক্তি কৰিবলৈ শিকাৰ অৰ্থে মুনিহ তিৰোতা দুয়ো সমানে জ্ঞান উপাৰ্জ্জন কৰিব লাগিব। যি মানুহ স্ত্ৰী শিক্ষাৰ বিৰোধী সেই মানুহেই অজ্ঞান, নহয় তেওঁ ঘোৰ স্বাৰ্থপৰ মহাপাপী। পৃথিবীত আন আন যত সভ্য জাতি বা দেশে উন্নতি জখলাৰ খোপে খোপে উঠিছে, তাৰ মূল কাৰণ স্ত্ৰী জাতিক সুশিক্ষা দিয়া। যি জাতিৰ মানুহে মাতৃ জাতিক সন্মান কৰিব জানে আৰু শিকে সেই জাতিৰ ভিতৰতহে মানুহ জন্মে আৰু সেই মানুহকে দেৱতা বুলি কয়। হিন্দুৰে প্ৰতিমা পূজা কৰাৰ ভিতৰত প্ৰায় সৰহ ভাগ প্ৰতিমায়ে তিৰোতাৰ। যি হিন্দু জাতিৰ প্ৰকৃতিক পূজা কৰা চিৰ প্ৰথা আছিল এতিয়া সেই হিন্দু জাতিয়ে সেই প্ৰকৃতিক ব্যৱহাৰ কৰে ঠিক জন্তুৰ নিচিনা! এনে অৱস্থাত আমাৰ নিচিনা মানুহ তল খাপত পৰি নাথাকি আৰু কোনে থাকিব? আসামৰ ভিতৰত গুৱাহাটীয়ে এখনি উৎকৃষ্ট চহৰ। অথচ এনে হেন চহৰ এখনিত ছোৱালী শিক্ষাৰ কাৰণে এখনি উচ্চ বিদ্যালয় নাই। হে ৰাইজসকল! আমি বৰঙনি তুলি এই শিক্ষালয় পতাৰ অৰ্থে কিছুমান ধন তোলোঁহঁক আহা! দহে হাত জোকাৰিলেই নদী— দহ জনে ইচ্ছা কৰিলে কি হব নোৱাৰে!" বেৰিষ্টাৰ ডাঙৰীয়াই নাৰী জাতিৰ উন্নতি সম্পৰ্কে এইখিনি কথা কৈ থাকোতেই বি-এ উপাধিধাৰী আহোমৰ বৰ গোহাই ধৰণীচন্দ্ৰ দেৱে মাত লগালে;— "আৰ্য্য ঋষি সকলে তিৰোতাজাতিক শিক্ষা দিছিল আৰু বিশেষকৈ সন্মান কৰিছিল, আনকি স্বয়ং বৰ সভা পাতিহে ছোৱালীয়ে যাকে ইচ্ছা তাকে বিয়া কৰাৰ প্ৰথা আছিল। ছোৱালী যুৱতী হৈ, লাগিলে ঘৰতে বুঢ়ী হৈ থাকিব তথাপি অজ্ঞান-অপাত্ৰক দান নকৰিব। "কন্যাপ্যেবং শিক্ষনীয়া পালনীয়াতিযত্নতঃ" এই শাস্ত্ৰৰ বচন। তিৰোতা

জাতিৰ বৰকৈ জ্ঞানৰ উন্নতি থকা গতিকে আৰ্য্যজাতি এসময়ত পৃথিবীৰ অধীশ্বৰ আছিল। কিন্তু আজি কালিৰ গোসাঁই বামুণসকলে তিৰোতা জাতিক শিক্ষা দি উন্নত কৰা দূৰৰ কথা তদুপৰি সিসকলক যিমান অজ্ঞান কৰি ৰাখিব পাৰিছে তিমানে ৰাখিছে। আৰু কেনে কু-প্ৰথা চোৱা— গোসাঁই বামুণ হৈ নিজৰ ছোৱালীক অনেকে ধনলৈ বিক্ৰী কৰিহে বিয়া পাতে। বঙ্গদেশৰ আধুনিক ৰঘুনন্দন স্মাৰ্ত্ত অৰ্থাৎ ন মত প্ৰচলনকাৰী ভট্টাচাৰ্য্যজনে আগৰ শাস্ত্ৰাচাৰ কাতি কৰি থৈ বিধান কৰিলে যে আঠ বছৰ বয়সতে ছোৱালী বিয়া দিয়া কৰ্ত্তব্য। বঙালী ভট্টাচাৰ্য্যে আজি কালিৰ দিনত এই ব্যৱস্থা বান্ধি দিলে আমাৰ অসমীয়া ভট্টাচাৰ্য্যেও তাকেই ধৰিলে। আমাৰ দেশৰ মাটি পানীৰ গুণ অনুসাৰে যিবিলাকে খিলঞ্জীয়া ভাল আচাৰ ব্যৱহাৰ তাক বঙালী গুৰু সোমাই সোমাই প্ৰায় নষ্ট কৰি পেলালে। বঙালীৰ বহু বিবাহৰ কুলীন প্ৰথা আমাৰ ব্ৰাহ্মণ আৰু কায়স্থ, কলিতা সকলেও ধৰিব খুজিছিল কিন্তু আজিকালি প্ৰায় তেনে প্ৰথা লোপ পাই আহিব ধৰিছে। তথাপি ঠায়ে ঠায়ে আঢৈকুৰি তিনিকুৰি বছৰীয়া বুঢ়া গোসাঁই বামুণে আজিও ৮।১০ বছৰীয়া বামুণী ছোৱালী বিয়া কৰাই শেহত তিৰোতাক অলপ বয়সতে বিধবা কৰি এৰি থৈ ভৱসংসাৰ পাৰ হয়। আঠ দহ বছৰ বয়সীয়া ছোৱালীক বিয়া দিয়া বামুণ কায়স্থৰ যি প্ৰথা সেই প্ৰথা দেখিবলৈ গলে হিন্দু শাস্ত্ৰমতে অসিদ্ধ কিয়নো মানৱধৰ্ম্ম বিচাৰ কৰি দেখিলে "অজ্ঞাত পতি মৰ্য্যদামজ্ঞাতা মনুশাসনং নোদ্বাহয়েৎ পিতা কন্যা" ইত্যাদি শাস্ত্ৰৰ বচন অমান্য কৰি ছোৱালীয়ে কেনে পাত্ৰ বিয়া কৰিব, তাইৰ পছন্দ কৰিবৰ জ্ঞান নজন্মা অৱস্থাত যাকে তাকে ধৰি আনি ধন লৈ বিয়া দিয়া ছোৱালীজনীক অপঁইতা বয়সৰে পৰা পশু-বৃত্তি শিকিবলৈ দিয়া বা

বেশ্যাক বিক্রী কৰাৰ তুল্য নহয়নে ? যুবক যুবতীৰ ভিতৰত প্ৰেম জন্মি বিয়া হোৱা কথাটিকহে আচলতঃ বিয়া বোলা যায়। ছোৱালী-জনীয়ে বিয়ানো কিহক বোলে তাক নজনা অৱস্থাত তাইক ধৰি বিয়া দিয়া প্ৰথা কোনো মানৱ জাতিৰ ধৰ্ম্ম-শাস্ত্ৰত নাই। এনে অলপ বয়সতে, পাত্ৰটি ৰোগীয়া নে ঘুণীয়া তাক নাচাই নিচিন্তি গোসাঁই বামুণ আৰু কায়স্থ ছোৱালীবিলাক বিয়া দিয়াৰ কাৰণে সিহঁতে বিধবা হৈ বিধবা যন্ত্ৰণা ভোগ কৰা এটি ঘাই কাৰণ বুবুলি নোৱাৰি। সন্তান জন্ম নোহোৱা বাল-বিধবাবিলাক গোসাঁই বামুণ আদিয়ে পুনৰায় বিয়া নিদিয়াৰ দোষত হিন্দু-সমাজ যে কিমান তললৈ গৈছে তাক এবাৰ ভাবি চালেই মনত দুখ-বেজাৰে খুন্দা মাৰি ধৰে। এই বিধবা অৱস্থাত থকা ছোৱালীবিলাকৰ ওপৰত গোসাই বামুণ আদিৰ সমাজ যে ইমান নিঠুৰ তাক এবাৰ ভাবি চালে গা শিয়ঁৰি উঠে। ছোৱালীক জ্ঞান শিক্ষা দিলে সংসাৰ ধৰ্ম্ম সাধন অৰ্থে তাই যে অতি উপযুক্তা হয় তাক কোনে নাজানে। তথাপি গোসাঁই বামুণ সকলে বিধবা ছোৱালীবিলাকক বিধিমতে ব্ৰহ্মচৰ্য্য শিক্ষা নিদি অৰ্থাৎ সুন্দৰ ৰূপে কাম কৰি নিজে নিজৰ জীৱিকা আৰ্জ্জি খাব নোৱাৰা কৰি ৰখাৰ দ্বাৰাই সমাজৰ যে কিমান দুৰ্ণাম আৰু কলঙ্ক হৈছে তাক দেখিও তেখেতসকলে দেখা নাই। যুৱতী বিধবা ছোৱালীক হয় পুনৰায় পৰাশৰ মতে বিয়া দিয়া, নহয় সুন্দৰ শিক্ষা দি মানৱ ধৰ্ম্ম-পালনৰ উপযুক্তা কৰা। ইয়াকে নকৰি যে অজ্ঞান অৱস্থাত বিধবা ছোৱালী বিলাকক জোৰ জবৰদস্তি কৰি ঘৰত ৰাখি পিছে সিহঁতৰ কোনো কোনোৱে পুৰু-ষৰ প্ৰলোভনত পৰি ভৰি পিছলাৰ বাবে সিহঁতক যে সমাজচ্যুত কৰি যথা ইচ্ছা তথা যাবলৈ খেদি দিয়া হয় ইয়াৰ দ্বাৰাই পিতৃ

আৰু স্বামীপক্ষৰ দুয়ো ফালৰ সাত পুৰুষক নৰকত পেলোৱা নহয় নে ? কন্যা বেশ্যা হলে সাত পুৰুষ নৰকগামী নহয় নে ? গোসাঁই বামুণ, মহন্তৰ জীয়ৰীক জাহাজৰ খালাচি আদি আন ইতৰ জাতৰ মানুহে নিয়াটোতকৈ লাজ অপমানৰ কথা আছেনে ? আৰু ইয়াতকৈ পৃথিৱীত মনুষ্য জাতিৰ ভিতৰত নিষ্ঠুৰ কাম কি হব পাৰে তাক ভাবি চোৱাচোন। একো একোজনী গোলাপ ফুলটি ফুটাৰ দৰে সৌন্দৰ্য্যেৰে ভৰা গোসাঁই বামুণ আৰু মহন্তৰ বিধৱা ছোৱালীক কোনে নিয়ে, হয় কোনোবা এটা চাহাবে কিছুদিন তাৰ ইন্দ্ৰিয় তৃপ্তি কৰাৰ অৰ্থে ৰাখি পিছে তেওঁ বিলাতলৈ গুচি যায়। সেই বিধৱা ছোৱালীজনীয়ে অৱশেষত উপায়ান্তৰ নাপাই জীৱিকা অৰ্থে বেশ্যাবৃত্তি অৱলম্বন কৰি জীৱন-লীলা সামৰণ কৰে। এইদৰে কত যে ওখ বংশৰ গোসাঁই বামুণ মহন্তৰ ছোৱালী বিলাক বিধৱা হৈ পোনতে পুৰুষৰ প্ৰলোভনত পৰি পাৱ পিছলাৰ হেতু, দ পাপৰ গাতত পৰি পিছে তাত যে জহি খহি মৰিছে, এই কথা এবাৰ মনলৈ আনিলেই হৃদয় থকা মানুহে সহিব নোৱাৰা হৈ পৰে। পুৰুষবিলাকে যে এনে পাপ কিমান কৰে তাক সকলোৱে নিজে নিজে বিচাৰ কৰি চাওক, কিন্তু পুৰুষসকলক হলে সমাজে শাস্তিও নিদিয়ে আৰু দোষৰ ভাগীও নকৰে। ঘৰত যুৱতী বিধৱা ছোৱালী লৰা ডেকাহৈ আবিয়ৈ অৱস্থাত আছে আৰু বা নিজৰ ডেকা লৰাটিলৈকো জীয়েকৰ বয়সৰ এজনী বোৱাৰী ছোৱালী বিয়া কৰাই অনা হৈছে, এনে স্থলত সিঁহতৰ মাতৃ পৰলোকগামী হোৱাৰ অলপ দিনৰ পিছতে গোসাঁই বামুণ আদি উচ্চ জাতৰ কোনো কোনো বুঢ়া পিতৃয়ে নিজৰ ঘৰত থকা বিধৱা ছোৱালী বা বোৱাৰীজনাতকৈ বয়সত সৰু ছোৱালী বিয়া কৰাই গৃহবাস পতা কামটি লজ্জাহীন আৰু অতি

মহাপাপৰ কাৰ্য্য নহয়নে ? এনে পাপজনক কাৰ্য্যই গোসাঁই বামুণ আদি উচ্চ জাতৰ মানুহক জাতি ভ্ৰষ্ট নকৰেনে ? বুঢ়াই যি স্থলত ইন্দ্ৰিয় দমন কৰি থাকিব নোৱাৰা হেতুকে বিয়া কৰিবলৈ বাধ্য হয় তেনেহলে যুৱতী বিধৱা ছোৱালীৰ গাত দোষ কি ? অথচ্চে ডেকা কি বুঢ়াৰ কোনো কোনোৱে ইন্দ্ৰিয় দমনত ৰাখিব নোৱাৰা কথাটি অগ্ৰাহ্য কৰিব নোৱাৰি তেনে অৱস্থাত স্ত্ৰী-বিয়োগ অভাৱ পূৰণৰ অৰ্থে বুঢ়া ববলাই, লৰা ছোৱালীৰ প্ৰায় মাতৃ বয়সীয়া বাৰীক বিয়া কৰিলেহে ডেকা আৰু গাভৰু লৰা ছোৱালীয়ে তেওঁক মাতৃ জ্ঞান কৰি ভক্তি কৰিব, এনে কথাত তিমান লজ্জাহীনতাৰ দোষ নাথা-টিবও পাৰে কিন্তু বুঢ়াই কুমলীয়া ছোৱালী, ডেকা, লৰা, বিধৱা বা অবিধৱা গাভৰু ছোৱালীৰ আগত বিয়া কৰাই গৃহবাস কৰাটো কেনে মহাপাপৰ আৰু জাত তললৈ যোৱাৰ কাৰ্য্য তাক ৰাইজসকল, ভাবি চাওক। এই প্ৰকাৰে ভাবি চালে আমি আহোম, চুটিয়া প্ৰভৃতি গোসাঁই বামুণতকৈ ওখ জাতিৰ বুলিহে ধৰিব লাগে, কিয়নো আমাৰ বুঢ়াই প্ৰায় মাতৃবয়সীয়া বাৰীকহে নিজৰ তিৰোতা ঢুকালে আনে আৰু ছোৱালী বাৰী হলে গোসাঁই বামুণৰ দৰে গাভৰু বিধৱা ছোৱালী ঘৰত ৰাখি থোৱাৰ বাবে ভ্ৰূণ-হত্যাৰ পাপ আমাৰ সমাজৰ গাত নানে আৰু আমাৰ সৰু কালতে ছোৱালী বিয়া দিয়া প্ৰথাও নাই, বিধৱা অৱস্থাত থকাৰ দোষৰ বাবে প্ৰায় আমাৰ ছোৱালীক মছলমান আৰু বঙালে নি বেশ্যা কৰি থৈ যাবলৈকো নাপায়। এতেকে গোসাঁই বামুণতকৈ আমাৰ হে ওখ জাত। আন পিনে চালে আমি প্ৰায় আমাৰ ছোৱালীবিলাক জোৰ জবৰ দস্তিকৈ যাকে তাকে বিয়াও দিব নোৱাৰোঁ ; আমাৰ ছোৱালীৰ অনেকে নিজে স্বামী বাছি লয়। দৰাকন্যা দুয়ো ৰাজী নহলে আমি বিয়া

দিব নোৱাৰোঁ। এতেকে আমাকহে আচলকৈ হিন্দুধৰ্ম্মী বুলিব লাগে কিয়নো আমি হিন্দুৰ আগৰ ঋষিমুনিয়ে কৰা শাস্ত্ৰ মতে চলিছোঁ—এই কাৰণে আমি অনাচাৰী গোসাঁই বামুণতকৈ ওখ জাতৰ।” গোহাঁইদেও বৰ শিক্ষিত আৰু দেশহিতৈষী লোক! তেখেতে কথা-বিলাক ভাঙি পিটিকি যেতিয়া এনেদৰে কলে, তেতিয়া নদীয়ালৰ ফালৰ এজনে মাত লগালে, তেন্তে আমাৰ জাতো নীহ নহয়, আমাৰ জাতো ওখ, এইদৰে তল খাপত পৰি থকা বুলি ভবা অৰ্থাৎ “দেছপাইজ” ক্লাছৰ মানুহে এটি এটিকৈ আগাপিছাকৈ শলাগিব ধৰিলে, তেন্তে আমিও এইদৰে চালে গোসাঁই বামুণ মহন্ততকৈ ওখ জাতৰ মানুহ, এতেকে ৰাইজসকল! আমাৰ জাতবিলাক যে সৰু এনে কথা আজিৰ পৰা নাভাবোহঁক। এই সময়ত এজন জ্ঞানী স্থতকুলীয়া মানুহে উঠি কব ধৰিলে, “ৰাইজসকল আৰু ডাঙৰীয়া সকল, মই এটি নিবেদন কৰোঁ, আমাৰ জাতক আসাম দেশত বৰিয়া বোলে। এই বৰিয়া শব্দটি বাৰিয়া শব্দটিৰ পৰা বৰিয়া হৈ পৰিছে কাৰণ অসমীয়া ভাষাত দেখা যায় অনেক স্থলত আকাৰ লোপকৰি অকাৰ উচ্চাৰণ কৰা হয় যেনে ৰাজাৰ ঠাইত ৰজা ইত্যাদি। আমি আচলতে বাৰিয়া কিয়নো আমি ৰাৰী বামুণীৰ সন্তান। আমাৰ গাতো বামুণৰ তেজ আছে। আজিকালি আমাৰ জাতৰ মানুহৰ সংখ্যা কম হৈ যাব ধৰিছে। ইয়াৰ কাৰণ পুৰণি দিনত গোসাঁই বামুণ আদিৰ বিধৱা ছোৱালী ইন্দ্ৰিয় তাড়নাত ধৰ্ম্ম ৰাখিব নোৱাৰি পতিতা হলে বাদ লগা স্ত্ৰী-পুৰুষ দুয়োকো সমাজে আমাৰ শাৰীলৈ নমাই দিয়া প্ৰথা আছিল। এই প্ৰথাৰ দ্বাৰাই সমাজ এতিয়াৰ দৰে নিষ্ঠু-ৰতা আৰু ভ্ৰূণ-হত্যা মহাপাপত পৰিল নাছিল। বিধৱাত পতিত হৈ বদনাম লগা পুৰুষটিয়েও সমাজ পাই মুনিহ তিৰোতা দুয়ো লগ

লাগি আনন্দ মনেৰে সুখে স্বচ্ছন্দে জীৱিকা আৰ্জি খাইবই থাকে আৰু তাৰ ভিতৰত কোনো পণ্ডিত বামুণ থাকিলে আমালোকৰ বৰিয়া জাতৰেই পুৰোহিত কাম কৰি গণ্যমান্য হৈ থাকে কিন্তু আজি-কালিৰ দিনত সিকথা প্ৰায়ে গুচিল। আমাৰ অসমীয়া গোসাঁই বামুণ আদিয়ে আগৰ এনে সুন্দৰ প্ৰথাটি এৰি এতিয়া সুন্দৰী সুন্দৰী আৰু উচ্চবংশৰ পৰম সুন্দৰী ছোৱালীবিলাকক বঙ্গদেশৰ কুপ্ৰথাৰ অনুসৰণ কৰি পুৰুষটিক আমাৰ বৰিয়া জাতলৈ ননমাই ছোৱালীজনীক বেশ্যা হবলৈ ঘৰৰপৰা খেদি দিয়ে। বঙাল দেশ-খন সম্ভবতঃ এই কাৰণেই বেশ্যাৰে ভৰা। এতিয়া আমাৰ দেশ আৰু সমাজেও বিধৱা ছোৱালীবিলাকক পতিতা হলে ঘৰৰ পৰা খেদাই দিয়াৰ কাৰণে আগৰ বেশ্যা নথকা আসাম দেশখনত আজিকালি বামুণৰ বিধৱা বেশ্যাৰ দ্বাৰা ভৰি আহিব ধৰিছে। গুৱা-হাটীৰ কুমাৰ গাওঁ (?) আৰু উজনীৰ চাহ বাগিছা, ৰেল ষ্টেশ্যন প্ৰভৃ-তিত পতিতা বিধৱা পৰমা সুন্দৰী ছোৱালীবিলাকৰ অৱস্থা দেখিলে যাৰ হৃদয় আছে তেওঁ নাকান্দি থাকিব নোৱাৰে। হায়! এনে হেন সুন্দৰী ছোৱালীবিলাক আসামৰ কিমানে যে সুসন্তানৰ মাক হলহেঁতেন অথচ নিষ্ঠুৰ সমাজৰ দোষত সিহঁত বহু পুৰুষৰ পশুবৎ ভোগ্যাবস্তু হৈ উঠিছে আৰু সিহঁতৰ পিতৃপুৰুষক নৰকগামী কৰিছে। এই বিলাক ছোৱালীক যদি আমাৰ বৰিয়াৰ ডেকা লৰা-বিলাকতে দি পেলালেহেঁতেন তেনেহলেও এনে দৰে সমাজ কেতি-য়াও কলঙ্কিত নহলহেতেন দেশত গৰ্ম্মী, ধাউত আদি (Venereal disease) পাপ বেমাৰৰ উৎপত্তি হৈ অনেক ডেকালৰাক আৰু তেওঁ-লোকৰ ভবিষ্যৎ বংশক সৰ্ব্বনাশ নকৰিলেহেঁতেন। আমি বৰিয়া জাতৰ মানুহ বিলাকো তলখাপৰ বামুণেই, গোসাঁই বামুণসকলে

আমালৈ ইমানদিন সুব্যৱস্থা নকৰি আমাক আভুৱা কৰি ৰখাৰ বাবে আমি বুজি নাপাইছিলো যে নেপালৰ যৈষী বা যোষী বামুণৰ উৎপত্তি তাৰমানে স্ত্রী গোত্রী। আমি বৰিয়াবিলাকো স্ত্রী গোত্রী বামুণ। যোষী বামুণে লগুণ লয়, উপনয়নো কৰে অর্থাৎ লগুণ-দিয়নী পাতে আৰু বামুণৰ দৰে নামকৰণ, চূৰাকৰণ আদি দশ কর্ম্মও কৰে, গায়ত্রী মন্ত্র জপ কৰে, সন্ধ্যা পূজা কৰে আমিও তেনে কৰিব পাৰোঁ। নেপালৰ উপাধ্যায় বামুণসকলে, যোষী বামুণক আমাৰ বৰিয়া মানুহক বামুণে অপবিত্র ভাবি ঘিণ কৰাৰ দৰে ঘিণ নকৰে। সিহঁতৰ হাতে ৰন্ধাভাত খোৱাৰ বাহিৰে উপাধ্যায় বামুণ আদিয়ে জলপান খায়। আমাৰ মানুহক যদি গোসাঁই বামুণসকলে যোষী বামুণৰদৰে ব্যৱহাৰ কৰি তেখেতসকলৰ বিধবা ছোৱালী বিলাকক আমাক বিয়া কৰাবলৈ দিলেহেতেন তেনেহলে সমাজত এনে বিলাক ঘৃণনীয় মহাপাপ কেতিয়াও নোসোমালহেঁতেন। অসমীয়া মানুহে বঙ্গদেশৰ কুচ্ছিৎ আচাৰ নিয়মৰ আহিঁ লৈ আজিকালি নিজত্বক এৰি পৰত্বক ধৰি তললৈ নামিব খুজিছে। নেপাল দেশৰ যোষী বামুণৰদৰে আসাম দেশতো বৰিয়া বামুণৰ সৃষ্টিৰ মূলত এই ভাব আছিল যে তাৰ ভুল নাই। বঙ্গদেশখন ভালদৰে গণি পিটিকি চালে একপ্রকাৰ অনেক পতিতা তিৰোতা থকা দেশ বুলিলেও বঢ়া কথা কোৱা নহয়, কাৰণ হিন্দু শাস্ত্রমতে এজনী বিবাহিতা তিৰোতাক ধর্ম্মপত্নী বোলে, ধর্ম্মপত্নী থাকোতে আৰু এজনী বিয়া কৰাই আনিলে তাইক কামপত্নী বোলে। ইয়াৰ বাহিৰে যিমান সৰহ পত্নী অনা হয় সেইসকল হিন্দু শাস্ত্রমতে আৰু নীতি ধর্ম্মমতে বিবেক চকুৰে চালেও বেশ্যা স্ত্রী তুল্যা গণ্যা হয়। এতেকে দেখা যায় বঙ্গদেশৰ দেশাচাৰ কুলীন প্রথামতে একো একোটি কুলীন

বামুণে যে চাৰিকুৰি আৰু এশৰ উপৰি তিৰোতা বিয়া কৰাইছিল তাক কি কব পাৰি আৰু তেনে কুলীন বামুনৰ সন্তানহে বঙালী কুলীন বামুণবিলাক। এনেস্থলত আমাৰ আসাম দেশে বঙালীৰ সামাজিক প্ৰথা অনুকৰণ কৰে কেলৈ? বঙালীৰ সামাজিক প্ৰথা স্বামীৰ বিয়োগ হলে বামুণ শূদিৰ সকলোৰে তিৰোতাই বিধবা যন্ত্ৰণা ভোগ কৰে, বিধবাক উলটি বিয়া দিলে জাত যায়। আমাৰ আসাম দেশত অতীজৰে পৰা বামুণক এৰি শুদ্ৰাদিৰ তেনে প্ৰথা কতো নাই আৰু নাছিল। বঙ্গদেশৰ বিধৱা, পুৰুষৰ লগত প্ৰেম হৈ পতিতা হলে বিধৱাজনীৰ গাত হে দোষ হয়, পুৰুষটিৰ গাত নহয়। এই কাৰণে পুৰুষটিক সমাজৰ ভিতৰত ৰাখি বিধবাজনীক বেশ্যা হবলৈ খেদি পিতৃকুল আৰু স্বামীকুল দুয়ো কুলকে নৰকগামী কৰা দস্তুৰ আছে, আমাৰ আগেয়ে তেনে নাছিল। উভয়কে বৰিয়া বামুণ বামুণী কৰি সমাজৰ তলখাপত ঠাই দিয়া প্ৰথা আছিল, তাৰ দ্বাৰা সমাজ ভ্ৰূণ-হত্যা মহাপাপৰ পৰা ৰক্ষা পৰিছিল। বামুণৰ বিধৱা বা জহৰা সন্তানৰ গৰ্ভকৰা মূলত বামুণহে, শুদিৰ কচিৎ বুলি জনা যায়। এই কাৰণে বৰিয়াবিলাক তল খাপৰ বামুণ। এতেকে বৰিয়াবিলাকক এতিয়া সমাজ আগৰ দৰে নাৰাখি নেপালৰ যোসী বামুণৰ দৰে ৰাখি পতিতা বিধৱাবিলাকৰ অভিশাপৰ পৰা গোসাঁই বামুণৰ সমাজে মুক্তি লাভ কৰক।" জ্ঞানী বৰিয়া ব্ৰাহ্মণজনে এই খিনি কথা কৈ বহাৰ পিছত সিদ্ধেশ্বৰ বৰুৱা এম-এ, কলিতা জনে মালৌ পথাৰৰ দুবৰি ঘাঁহনিত বহা ৰাইজসকলৰ ভিতৰৰ পৰা উঠি কবলৈ ধৰিলে; "বৰ্ত্তমান যুগধৰ্ম্ম অনুসৰি বা তাৰ ফুটত উঠিবলৈ আমাৰ দেশত এনে সামাজিক সুপ্ৰথা আগৰে পৰা চলিত আছে, সেইবিলাকক আজি কালি ভাৰতৰ আন আন প্ৰদেশবিলাকৰ সমাজ-

সংস্কাৰকসকলে সুমাব ধৰিছে আৰু সুমাবৰ চেষ্টাও কৰিছে কিন্তু আমি হলে আন আন প্ৰদেশৰ কুচ্ছিত দেশাচাৰবিলাক আমাৰ দেশত বা আমাৰ সমাজত আজিকালি সুমাব খুজিছোঁ আৰু লাহে লাহে সুমাইছোঁ। আমি পোনপ্ৰথমে গমি দেখিবলৈ গলে বঙ্গদেশৰ দৰে কৰ্ম্মবিভাগলৈ কট্‌কটিয়া জাতিভেদৰ প্ৰথা যেনে তেল পেৰি বেচিলে কোনো মানুহ তেলী হয়, কাপোৰ ব'লে তাতী হয়, সোণৰ অলঙ্কাৰ প্ৰস্তুত কৰিলে সোণাৰী বণীয়া হয়, লো খুন্দি তাৰ সৰ্জুলি তৈয়াৰ কৰিলে কমাৰ হয়। এনেবিলাক মানুহ বঙ্গদেশত সৰু জাতলৈ নমা মানুহ, কিন্তু আমাৰ আসাম দেশত ঘাইকৈ বামুণক ধৰিলেও বামুণে হালবোৱা কাৰ্য্যটি এৰি যি কামকে কৰি উপজীবিকা কৰক কামে জাত তললৈ নমাব নোৱাৰে। বঙ্গদেশত বিয়া নকৰাকৈ কোনোৱে কোনো জাতৰ ছোৱালী ৰাখি তাৰপৰা সন্তান উৎপাদন কৰিলে সেই সন্তানবিলাকক বেশ্যা পুত্ৰ বোলে, সিহঁতে সমাজ নাপায়, আমাৰ আসাম দেশে ভাবে যে লৰাছোৱালীৰ ভিতৰত মন খাই প্ৰেম জন্মিলেই বিয়া কৰাৰ তুল্য, এই কাৰণে, আমাৰ সমাজত যাৰ যি কুলৰ মাতৃ সেই সেই কুলত সেই বিলাক সতি-সন্তানক ঠাই দি ব্যৱহাৰ কৰে আন কি অজ্ঞাত কুল-শীলৰ বিদেশী কেঞা, হিন্দুস্থানী আৰু বঙালী বাবুসকলৰ সন্তান বিলাককো সমাজে মাতৃ কুলত ৰাখি ব্যৱহাৰ চলাই সেইমতে অস-মীয়াই ছোৱালী অনা দিয়া কৰি বিবাহাদি কাৰ্য্য চলাই আছে। বেশ্যা এটি কথা আসাম দেশত পূৰ্ব্বে চলতি নাছিল, কেৱল দেৱা-লয়বিলাকত নাচ গান কৰাৰ অৰ্থে নট মানুহ এশ্ৰেণী আছিল, আৰু এতিয়াও আছে। সিহঁতক, সিহঁতৰ তিৰোতা আৰু লৰা ছোৱালী বিলাক নট নটিনী বুলিছিল। সিহঁতেও আগেয়ে সামাজিক বন্ধন থকা

বাবে প্ৰকাশ্যে বেশ্যা কাম কৰিব নোৱাৰিছিল কিন্তু বঙ্গদেশৰ বেশ্যাৰ ঢোৱে এতিয়া সিহঁতকো বেশ্যা কৰি পেলাইছে। ধৰ্ম্মৰ পিনে চাবলৈ গলেও বঙ্গদেশত বৈষ্ণৱ ধৰ্ম্মত ৰাধিকা প্ৰেমৰ চিত্ৰই বৈষ্ণৱ সম্প্ৰদায়ৰ ভিতৰত প্ৰধান। তাৰ ফলত শ্ৰীচৈতন্যদেৱৰ বৈষ্ণৱ ধৰ্ম্ম এতিয়া সমাজচ্যুত বিধৱাবিলাকৰহে হৈ উঠিছে। বঙ্গদেশত ৰাধিকা সৰহ হৈ পৰিল এই কাৰণে সেই দেশ ৰাধিকাৰ প্ৰেমৰ দেশ। আমাৰ শঙ্কৰদেৱ আৰু দামোদৰদেৱৰ বৈষ্ণৱ ধৰ্ম্মত ৰাধিকা প্ৰেম নাই তথাপি দামোদৰীয়া সম্প্ৰদায়ে মহাপুৰুষ দামোদৰদেৱক এতিয়া শ্ৰীচৈতন্যৰ শিষ্য পাতিব খোজে এই কথা কেৱল নাৰদেহে লগাই কৰিব খুজিছে। মহাপুৰুষসকল যে কাৰো শিষ্য নহয়, তেখেত সকলক ভগৱানে স্বয়ং তেখেতসকলৰ হৃদয়ত আবিৰ্ভাৱ হৈ শিষ্য কৰিছে, এই কথা কোনেও জ্ঞান চকুৰে নাচায় আজিকালি অনাহকত মহাপুৰুষীয়া আৰু দামোদৰীয়াৰ ভিতৰত কন্দল লগোৱা অৰ্থে এই কথাৰ চেলু পাতি লোৱা হৈছে। আসাম দেশত যে অতীজৰে পৰা বামুণ কলিতা আছিল তাক লাহে লাহে প্ৰমাণ কৰাৰ কাৰণে চেষ্টা কৰা হৈছে। আসামলৈ বামুণ অহা বঙ্গদেশৰ দৰে আধুনিক নহয়। বঙ্গদেশৰ ৰজা আদি শূৰৰ দিনত কনৌজৰ পৰা সাত ঘৰ বামুণ আৰু সাত ঘৰ কায়স্থ অনা হয়। তাৰে পৰা বঙ্গদেশত বামুণ কায়স্থৰ সৃষ্টি হৈ বঙ্গদেশখন ভৰি পৰিল কিন্তু আসামত উমান পোৱা গৈছে বামুণ কলিতা দুয়ো আগৰে পৰা আছে। সম্ভৱতঃ বৈদিক সময়ৰ পৰাই আছে, কিয়নো কলিতা জাতৰ মানুহ আসামতহে আছে। কলিতাবিলাক যিস্থলত আচল হিন্দু আৰু উচ্চ জাতৰ মানুহ, বঙ্গদেশৰ কায়স্থৰ দৰে বামুণৰ পিছতে, তেনে হলে এই কথাই প্ৰমাণ কৰে, আসামত বামুণ নথকাহেতেন কলিতা

কেনেকৈ থাকিব পাৰিলেহেঁতেন ? চুকাফা ৰজা সৌমাৰ-খণ্ডলৈ খৃষ্টাব্দ ১২১৯ শকত আহোতে আসামত তেতিয়া বামুণ কলিতা আছিল। কলিতাবিলাক যে আসামৰ আদি আৰ্য্য-সন্তান তাৰ ভুল নাই। অসমীয়া ভাষাত বৈদিক সংস্কৃত মূলক অনেক শব্দ পোৱা যায়, সেই বিলাক শব্দ বঙ্গভাষাত পোৱা নাযায়। যেনে খণ্ডতে উৰ্য্যম বহস্তি হৈ উঠিল, উম্ভগুলি কৰিছে, বাঢ়ম শব্দৰ পৰা বাৰু, কথমপিহে ৰক্ষা পৰিছে ইত্যাদি। কলিতা শব্দটিৰ উৎপত্তি ক'ৰ পৰা হল অনেকে ভুল কৰিছে। কোনোৱে কয় কূল লুপ্তাৰ পৰা কলিতা হৈছে। এই শেহৰ কথাটি আমাৰ কলিতা জাতিৰ উৎপত্তি সম্বন্ধে বৰ অপমানজনক কিয়নো কূললুপ্তা মানে কূল নোহোৱা বা গোপন কূলক বুজায়। আচলতে সংস্কৃতৰ মূল শব্দেৰে সৈতে মিলাই চাই দ'কৈ গমি দেখিলে সেই দুটি শব্দ বৰ ভ্ৰম-জনক। যি কলিতা জাতি একালত ক্ষত্ৰিয় আছিল তাৰ প্ৰমাণ পূৰ্ব্বে আসামত কলিতা ৰজা থকাৰ কথা এতিয়ালৈকে প্ৰবাদ আছে। এতেকে জনা যায় ভাৰতৰ আন আন প্ৰদেশৰ কায়স্থ যাক বোলে, আসামত তাকেই কলিতা বোলে। দুয়োবিধ মানুহ হয় ভঙা ক্ষত্ৰিয়, নহয় পৰশুৰামৰ ভয়ত বামুণৰ ওচৰত আশ্ৰয় লোৱা সময়ত বামুণৰ ঔৰসত ক্ষত্ৰিয়নী বিধবাৰ গৰ্ভজাত সন্তান। আৰু এই কথাও অনুমানৰ দ্বাৰা অমান্তি হব নোৱাৰি যে বামুণ ক্ষত্ৰিয়ৰ ঔৰষত অনাৰ্য্যনীৰ গৰ্ভজাত সন্তান। মূল শব্দ মিলাই দেখিলেও কায়স্থ কলিতা একেই যে তাৰ ভুল নোহোৱা যেন দেখি। কায়স্থ শব্দৰ মানে গাতে থকা কায়েস্থিতিৰ্যস্য সঃ কায়স্থ— কায়লিপ্তাঃ—কায়ে লিপ্তাৰ্যেষাংতে কায়লিপ্তাঃ। কায়স্থ শব্দটি সংস্কৃতৰ এক বচনান্তক, কায়লিপ্তাঃ বা কলিতা শব্দটি সংস্কৃতৰ বহু

বচনান্তক মাত্র প্রভেদ এই। কলিতা আসামৰ শিৰফুটা খিলঞ্জীয়া জাতি; কায়স্থ আসামৰ আধুনিক। শঙ্কৰদেৱ আৰু মাধৱদেৱ আদি ভক্ত মহাপুৰুষ সকলেও কলিতাবিলাকক কায়স্থৰে সৈতে বিভিন্ন দেখা প্ৰমাণ পোৱা নাযায়, কিয়নো অনেক মহাপুৰুষীয়া সত্ৰৰ গুৰু আজিলৈকে কলিতাৰ ভিতৰৰ অনেক আছে, তেখেতসকলেও কায়স্থ সকলৰ দৰে উত্তৰী পিন্ধি উপণীত হয়। আমাৰ কায়স্থে উত্তৰী লোৱা প্ৰথা পশ্চিমৰ বা হিন্দুস্থানৰ কায়স্থৰ দৰে অনেক দিনৰ পৰা চলতি আছে। বঙ্গদেশৰ কায়স্থে উত্তৰী এতিয়াহে লব ধৰিছে। এতিয়া কথা হৈছে বঙ্গদেশৰ কায়স্থৰ নৈষ্ঠিকতা ভাবখিনি আমাৰ দেশত লাহে লাহে সোমাই একে কায়স্থ হলেও আধুনিক কায়স্থে পুৰণি কায়স্থ কলিতাক নিজতকৈ হীন যেন দেখিব ধৰিছে। বামুণৰ দৰে কায়স্থেও হাল নাবায়, ভাৰ নবয় অৰ্থাৎ কায়স্থে শাৰীৰিক পৰিশ্ৰমৰ কাম কৰিবলৈ লজ্জা বোধ কৰে, কলিতাই তেনে নকৰে। কলিতাই সকলো প্ৰকাৰৰ শাৰীৰিক পৰিশ্ৰমৰ কাৰ্য্য কৰে। এতেকে কলিতা জাতি যুগধৰ্ম্ম অনুসৰি বৰ্ত্তমানৰ উন্নতি বাটত সোনকালে আগবাঢ়িব যে তাৰ সংশয় নাই। এতিয়া আৰু ভাল-মানুহ বোলাই পৰৰ ওপৰত খোৱা আগৰ দিন নাই। পৃথিবীত সদৌ জাতিৰ ভিতৰত নতুন দিনৰ শুভাগমন হবলৈ আয়োজন হব ধৰিছে— সময়ত মানৱ জাতিৰ ভিতৰত ডাঙৰ সৰু কোনো নাথাকিব, সকলো সমান হব, এই কথা সময়ে আমাক কাণে কাণে কৈছে। এতেকে আসামবাসীসকলে বঙ্গদেশৰ বাবুৱানী নিশিকি আগৰ দৰে অসমীয়া জাতি খেতিয়ক হৈ নানা বিধৰ কৃষি-বাণিজ্যাদি কামৰ দ্বাৰাই নিজৰ অবস্থাকো ভাল কৰিবলৈ প্ৰাণপণে চেষ্টা কৰা জীৱনৰ ভিতৰৰ দ্বাই কাম হৈ পৰিছে। আমাৰ দেশতে বিদেশী মাৰোৱাৰী, পশ্চিমা,

আৰু আন আন ঠাইৰ মানুহ আহি ধনী হৈছেহি অথচ কি দুখৰ বিষয় আমাৰ অসমীয়া মানুহ দিনে দিনে ক্ৰমাৎ দুখীয়া হৈ যাব ধৰিছে !

আমাৰ দেশত বৰ্ত্তমানে দেখা যায় অনেক দেশৰ অনেক মানুহৰ বেয়া আচাৰ-ব্যৱহাৰ আৰু বেয়া নিয়মখিনিহে সোমাইছে, সেইবিলাকৰ ভালখিনি সোমোৱাহি নাই; কিয়নো অসমীয়া মানুহে নিজ দেশৰ ভালখিনিক ভালদৰে টলকি নাচাই তাৰ সলনি পৰৰ বেয়াখিনি গ্ৰহণ কৰিছে আৰু লাহে লাহে কৰি আহিব ধৰিছে। বঙ্গদেশৰ হিন্দুৱে ৮।৯ বছৰ বয়সীয়া সৰু ছোৱালী বিয়া দিয়ে। আমাৰ দেশৰ হিন্দুৱে বামুণ আৰু কায়স্থক এৰি আমাৰ ছোৱালীৰ যৌৱন বিয়াৰ প্ৰথাই বৰ্ত্তমান যুগধৰ্ম্ম মতে স্ত্ৰীশিক্ষা দিয়াৰ আৰু এই লাগতিয়াল শিক্ষাৰ বিস্তাৰ কৰা সম্পৰ্কে পৃথিবীৰ আন আন সভ্যজাতিৰ দৰে অতিকৈ সহায় কৰে আৰু বিধবাবিবাহৰ প্ৰথা আমাৰ কলিতাজাতিৰ ভিতৰত প্ৰচলিত আছে কিন্তু আজিকালি আমাৰ দেশত বঙালী হিন্দুধৰ্ম্ম সোমাই আমাৰ কলিতাখিনিকো বামুণ কায়স্থৰ দুৰ্ব্বল ৰীতি আৰু আচৰণ আদি শিক্ষা দিব ধৰিছে। ছোৱালী বিয়া দিয়া সম্পৰ্কে হিন্দুশাস্ত্ৰ মতে কলিতাসকলেহে চলিছে, আমাৰ বামুণকায়স্থে চলা নাই। এতেকে বামুণকায়স্থে বঙ্গদেশৰ ৰঘুনন্দন ভট্টাচাৰ্য্যৰ মত ধৰি বেদাচাৰ এৰি পেলাই স্ত্ৰীশিক্ষা উন্নতি সম্পৰ্কে বাটত ডাঙৰকৈ হেঙাৰ বান্ধিছে। এইহেতুকে মই বামুণ কায়স্থসকলক কৰযোৰে প্ৰাৰ্থনা কৈ কওঁ, তেখেতসকলে বঙ্গদেশৰ মতত নচলি আগৰ হিন্দুশাস্ত্ৰৰ মত ধৰি মানৱধৰ্ম্ম নষ্ট কৰা আধুনিক দেশাচাৰখিনি এৰি দিয়াৰ ব্যৱস্থা কৰক। আমাৰ কামৰূপৰ বামুণসকলৰ ভিতৰত অনেক ভালদৰে সংস্কৃত জনা শাস্ত্ৰজ্ঞ পণ্ডিত আছে, তেখেতসকলে জানিব পাৰিছে

আগেয়ে ঋষিমুনিৰ দিনত ভাৰতৰ আৰ্য্যজাতিৰ উন্নতিৰ মূলত জ্ঞানৰ উন্নতিয়েই সাৰ কথা। আৰ্য্যজাতি জ্ঞানৰ উন্নতিৰ এনে ওখ থাপত উঠিছিল যে তাক পৃথিবীৰ আধুনিক সভ্যজাতিসকলে চিন্তি আচৰিত মানে। পৃথিবীৰ মানবজাতিৰ ভিতৰত ঋকৃবেদেই আদি ধৰ্ম্ম শাস্ত্ৰ বুলি বৰ্ত্তমান সভ্য জগতে স্বীকাৰ কৰিছে। আৰ্য্যজাতিৰ চাৰিখন বেদ, আৰু সাংখ্য, বৈশেষিক, জৈমিনী, পাতঞ্জল, ন্যায় আৰু বেদান্ত এই ছয়খন দৰ্শন শাস্ত্ৰই মানৱজাতিৰ আদি দৰ্শনশাস্ত্ৰ বুলিলেও বঢ়াই কমাই কোৱা নহয়। মনু, বৃহস্পতি, অত্ৰি, পৰাশৰ আদি সংহিতা বা আইনবিলাক ত্ৰিকালজ্ঞ ঋষিসকলে এনেদৰে বান্ধি থৈ গৈছে যে তাতে বৰ্ত্তমান নতুন সময়ৰ উপযোগী বিধানবিলাকো আছে। সেই বিধানবিলাক এনে আচৰিত যে আজিকালি আমি বৰ্ত্তমান সময়ৰ নিয়ম মতে কেনে হোৱা উচিত আৰু কেনে হব লাগে তাৰো বিধান বিচাৰি উলিয়াব জানিলে তাতেই লেখা আছে। আমি আৰু বৰ্ত্তমান যুগৰ উন্নতিৰ বাটত আগবাঢ়িবলৈ নকৈ একো বিধান বান্ধিব নালাগে। মূৠৰ ওপৰত চাবলৈ গলে বৈদিক কালৰ শাস্ত্ৰাচাৰ খিনি বৰ্ত্তমান অধঃপতিত হিন্দুসমাজত চলালেই এতিয়া আমাক যি যি লাগে সেয়ে ওলাই পৰে। কুচ্ছিত দেশাচাৰেই আমাক পশুতকৈও যে অধম কৰিছে তাক হে কামৰূপী ব্ৰাহ্মণপণ্ডিতসকলে এবাৰ দকৈ গমি চোৱা উচিত। এনে হেন উন্নতিৰ অতি ওখ থাপত উঠা আৰ্য্যজাতি কিহৰ বলত বৰ্ত্তমান সভ্যজাতিসকলে আচৰিত দেখা অতি সভ্য জাতি হৈ পৰিছিল? জ্ঞানৰ বলত। এই জ্ঞান পুৰুষ প্ৰকৃতি উভয়ে সমানে আৰ্জ্জিব পাৰিছিল। স্ত্ৰী শিক্ষা আৰ্য্যজাতিৰ ভিতৰত সমান ভাবে প্ৰবলৰূপে যদি চলতি নাথাকিলহেতেন তেনেহলে মনুৱে কেতিয়াও “কন্যাপ্যেবং পালনীয়া শিক্ষনীয়াতি-

যন্ত্রতঃ” এনে কথা দঢ়াই দঢ়াই নকলেহেতেন। কন্যাক জ্ঞান হলে অর্থাৎ ১৬ বা ১৮ বছৰীয়া বা তাৰ উপৰি হলেহে বিয়া দিয়াটো যদি ধৰ্ম্মমত নহলহেতেন তেনেহলে “অজ্ঞাত পতি মৰ্য্যাদামজ্ঞাত-মনুশাসনম্ নোদ্বাহয়েৎ পিতা কন্যা” এনেকথা মনুৱে কেতিয়াও নকলেহেতেন। এইবিলাক কথা বিচাৰ কৰি দেখিলে বুজা যায় স্ত্রীশিক্ষা অতিকৈ যত্ন কৰি আৰ্য্যজাতিয়ে দিয়াৰ চলতি থকাৰ গতিকেহে আৰ্য্যজাতিয়ে জ্ঞানৰ আচৰিত উন্নতিসাধন কৰিব পাৰিছিল। তাৰ প্ৰমাণ বেদৰ সুক্তও তিৰোতাই বন্ধা পোৱা যায়। ইয়াৰ বাহিৰেও যাজ্ঞ্যবল্কৰ লগত গাৰ্গীয়ে ব্ৰহ্ম-জ্ঞান সম্বন্ধে তৰ্ক পাতি যাজ্ঞাবল্ক: হেন মহা ব্ৰহ্মজ্ঞানী ঋষিক হাৰাশাস্তিত পেলাইছিল; মৈত্ৰেয়ীৰ ব্ৰহ্ম সম্পৰ্কে বিচাৰ, লীলাৱতীৰ অঙ্কশাস্ত্ৰ, জ্যোতিষত খনাৰ পটুতা এইবিলাকেই সাক্ষী নহয়নে? অকুমাৰী কালতে ছোৱালী বিয়া দিয়াৰ প্ৰথা তেতিয়াৰ দিনত থকাহেতেন স্ত্রীজাতিৰ এনে উন্নতি হব পাৰিলেহেতেন নে? আমি যে কথাই কথাই জাত যায় যায় কৰোঁহঁক, আমাৰ জাত কেতিয়াবাই গল, আমি জাতৰ তল খাপত যিমান নামিব লগা ঠাই আছে তিমানখিনিলৈকে নামিলোঁ আৰু নামিছোঁ। ইয়াতকৈ নামিবলৈ আৰু আমাৰ ঠাই নাই। এই কাৰণে যাৰ জাত আছে তাৰ জাত নাযায়, যাৰ জাত নাই তাৰহে জাত যায়, ইয়াৰ মানে এই যে পৃথিবীৰ মানৱজগতৰ যিবিলাক সভ্য, পৰাক্ৰমী, শৌৰ্য্য-বীৰ্য্যশালী জ্ঞানী জাতি, তাৰ জাত নাযায় আৰু যাবও নোৱাৰে, কিন্তু অধঃপতিত অজ্ঞানী জাতিৰহে জাত যায় অৰ্থাৎ মানুহ নহৈ পশুৰ দৰে থাকিব খোজা জাত নথকা মানুহবিলাকৰ হে জাত যায়। এই কাৰণেই জ্ঞানৰ জাত নোযোৱা অজ্ঞানৰ জাত যোৱাটো প্ৰমাণসিদ্ধ কথা। অতীতৰ আৰ্য্যজাতি

মহাজ্ঞানী জাতি থকা গতিকে তেখেতসকলৰ জাত একোৱে মাৰিব নোৱাৰিছিল। আমি যদি আগৰ আৰ্য্যজাতিৰ সন্তানেই হওঁহক তেনেহলে তেওঁলোকৰ শাস্ত্ৰাচাৰ মতে নচলি নিষ্ঠুৰ দেশাচাৰৰ দ্বাৰাই চলাত আমাৰ জাত যোৱা নাইনে ? ছোৱালীবিলাকক লেখা পঢ়া শিকাই জ্ঞানী নকৰি সৰুকালতে বিয়া দিয়াৰ দ্বাৰা, আমাৰ জাত যোৱা নাইনে ? বিধৱা ছোৱালীবিলাকক পুনৰায় বিয়া নিদি ঘৰত ৰাখি থৈ আৰু সিহঁতক ঘোৰ অজ্ঞানতা-অন্ধকাৰত সদায় পেলাই ৰাখি ব্যভিচাৰ আৰু ভ্ৰুণ-হত্যা আদি মহাপাতকৰ কাৰ্য্য কৰি আমাৰ জাতি নীচেই তল খাপত নমা নাইনে ? এনে অজ্ঞান বিধৱা ছোৱালীবিলাকে—প্ৰলোভনতেই হওক, বা কাৰো সৈতে প্ৰেম ওপজাতেই হক বিধৱা-ধৰ্ম্ম ভঙ্গ কৰিলে পুৰুষটিক বৰিয়া বা পতিত হবলৈ নিদি বিধৱাজনীক ঘৰৰপৰা খেদি দিয়া প্ৰথাই আমাৰ জাত অধম কৰা নাইনে ? সত্য গ্ৰহণ নকৰি মিছাক সাৱট মাৰি ধৰা প্ৰথাই আমাৰজাত নিনিয়াইনে ? ভাৰতবৰ্ষৰ আৰ্য্যজাতিৰ জাত তেতিয়া আছিল, যেতিয়া আৰ্য্যসকলৰ ভিতৰত ব্ৰাহ্মণবিলাক মহাজ্ঞানী আৰু সৰ্ব্ব-শাস্ত্ৰত বিশাৰদ আছিল। কি ধৰ্ম্মত, কি কৰ্ম্মত, কি ৰাজনীতিত, কি অস্ত্ৰ-বিদ্যাত কোনো বিদ্যাতেই বামুণ অপটু নাছিল। ইয়াৰ বাহিৰেও কৃষি, শিল্প, বাণিজ্য আদিতো বামুণ সুশিক্ষিত আছিল। যুদ্ধ-কৌশল আৰু ধনুৰ্ব্বিদ্যাত অৰ্থাৎ অস্ত্ৰ-শাস্ত্ৰ, কুচ-কাৱাজ আৰু সৈন্যচালনা, ব্যূহৰচনা কৰা কাৰ্য্যবিলাকত বামুণ এনে নিপুণ আছিল যে, হিন্দুৰ ক্ষত্ৰিয় ৰজাসকলে নিজ নিজ পুত্ৰবিলাকক ৰণ-কৌশল আৰু অস্ত্ৰ-শিক্ষা দিয়াৰ অৰ্থে বামুণসকলৰ ওচৰতহে পঠাইছিল তাৰ প্ৰমাণ শ্ৰীৰামচন্দ্ৰেও বশিষ্ঠ ঋষিৰ ওচৰত যুদ্ধ-বিদ্যা শিক্ষা কৰিছিল। আৰু দ্ৰোণ

গুৰুৱেই কৌৰব-পাণ্ডৱক যুদ্ধ-বিদ্যা শিক্ষা দিছিল। বামুণৰ তেতিয়া অকুতোভয় আছিল। প্ৰহ্লাদে দিগ্বিজয় কৰিবলৈ যাওঁতে নৰ আৰু নাৰায়ণ দুজন ঋষিয়ে যেতিয়া নৈ এখনৰ ওচৰত বহি তপস্যা কৰি আছিল, তেতিয়া প্ৰহ্লাদে ব্ৰাহ্মণ দুজনক অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত থকা দেখি ভণ্ডামী কৰি ক্ষত্ৰিয়ই ব্ৰাহ্মণ ভেশ ধৰি তেওঁৰে সৈতে যুঁজ কৰিবলৈ বাট চাই আছে হেন ভাবি ভণ্ডতপস্বী বুলি তেখেত সকলক ঠাট্টা কৰি সম্বোধন কৰিলে আৰু সুধিলে যে তপস্বী হলে যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰ তেখেতসকলে কি বাবে ৰাখিছে? এই কথা শুনি নৰঋষিয়ে উত্তৰ দিলে "অগ্ৰতঃ চত্বৰো বেদাঃ, পৃষ্ঠতঃ শৰাধনুঃ উভভ্যাং হি সমৰ্থোহং শাপাদপি শৰাদপি" অৰ্থাৎ আগতে আমাৰ হাতত চাৰিখন বেদ পিঠিত ধনুশৰ, আমি শাপ দি হওক ধনুশৰেৰে যুদ্ধ কৰি হওক, যাকে তাকে জয় কৰিবলৈ সমৰ্থ। শাপ দিয়া মানে অকল শাও দিয়াক নুবুজায়, ঘাইকৈ, খং-ৰাগ, তৰ্জ্জন-গৰ্জ্জন, ধমক দিয়াকহে বুজায়। যেনে আজিকালি আমাক চাহাব এটাই খং কৰি ধমক দিলে বা তৰ্জ্জন-গৰ্জ্জন কৰিলে আমি জইপৰি যাও-হক আৰু আমাৰ সাহ-পিট ভষ্ম হৈ পৰে এনে কথাকে তেতিয়া-দিনৰ বামুণে শাও দি ভষ্ম কৰা বুলিছিল। যেতিয়া ভাৰতৰ বামুণ এনে বলবান আৰু তেজীয়ান আছিল তেতিয়া হিন্দুৰ জাত আছিল। এতিয়া আমাৰ জাত ব্ৰাহ্মণে কুচ্ছিৎ দেশাচাৰক ধৰি যেতিয়াৰে পৰা নিজে অধঃপতিত হল তেতিয়াৰেপৰা গল আৰুনো এতিয়া আমাৰ জাত যাবলৈ তল খাপত কিবা জাত আছে নে? এটি মছলমান বা আন জাতিৰ মানুহে আমাক অপমান কৰিলে যিস্থলত আমাৰ জাত যায় বুলি বা কেনেবাকৈ লগুণডাল ছুই দিয়ে বুলি ভয়ত পলাই-পত্ৰং মাৰে, এনে ভীৰু মানুহৰ কিবা জাত আছে

নে ? বামুণ আৰু কিছুমান কলিতা মানুহে গোট খাই উজনীৰ ফালে চাপৰি এডোখৰত বহু বছৰ পূৰ্ব্বে সৰিয়হতলী মাটি এডোখৰ লৈছিল, তাৰ লগতে জনদিয়েক গোসাঁইও আছিল। আমাৰ মানুহৰ সংখ্যা এশতকৈ কম নহয়। এই মথা মানুহৰ সৰিয়হতলী মাটিবিলাক পাচোঁতা মিৰি মানুহে এটৌ ভাতৰ পোতনি লৈ তেখেতসকলৰ গালৈ ছটিয়াই দিয়াৰ আয়োজন কৰিব ধৰোতে, সেই এশমান মানুহ কেনি লৰমাৰি পলালে যে দেখি আচৰিত ! পিছে এইদৰে মিৰিয়ে মাটিখিনি কাঢ়ি লৈ তাত সৰিয়হ বৈ ধন কমালে। এনে সাহ-পিট নথকা মানুহৰ জাত মিৰিৰ ভাতৰ পোতনিয়ে মাৰিব পৰা কিবা জাত আছেনে ? সত্যৰ সেৱা আৰু তাক জানিব পাৰে কেৱল সাহসী বীৰে যে তাৰ ভুল নাই আৰু যাৰ ভয় নাই সেয়েহে সত্যত আশ্ৰয় লব পাৰে, তাৰহে সত্যৰ কাৰণে মৃত্যুভয়ক তুচ্ছ কৰি প্ৰাণ বিসৰ্জ্জন দিয়া সহজ কথা। এনে মানুহ থকা জাতিয়ে হে নিজৰ আত্মসম্মান ৰক্ষা কৰি স্বাধীন জাতিহৈ থাকিব পাৰে। এনে জাতিয়ে হে ধৰ্ম্ম ৰক্ষা কৰিব পাৰে আৰু এনেকুৱা জাতিকহে জাতমানৰক্ষাকাৰী ধৰমী জাতি বোলে। ভীৰু বা কাপুৰুষ জাতিৰ কি ধৰ্ম্ম আছে ৰাইজসকল কওকচোন! ভীৰুৰ কোনো ধৰ্ম্মই নাই, এই কাৰণে এজন পণ্ডিত চাহাবে কৈ গৈছে “God never menifest to a coward” অৰ্থাৎ ঈশ্বৰ ভীৰু বা কাপুৰুষত কেতিয়াও প্ৰতিফলিত নহয়। মিছাত আশ্ৰয়লোৱা ভীৰুৰ স্বভাৱসিদ্ধ কাপুৰুষতাই কেতিয়াও সত্যক গ্ৰহণ কৰিবলৈ দিব দিয়া নাই। আমি ভীৰু দেখি যিবিলাক দেশাচাৰে আমাক উধাবলৈ দিয়া নাই আৰু সেইবিলাক যে আমাৰ পৰম অপকাৰী তাক জানি বুজিও মূৰ্খ অজ্ঞানী মানুহবিলাকে কি বোলে তালৈ ভয় কৰি এৰিব পৰা নাই। সমাজে

যাক বোলে তাক জ্ঞানীলোকেহে গঠন কৰে, অজ্ঞানীয়ে পিছে পিছে অনুসৰণ কৰে; এতেকে জ্ঞানীসকলে জানি বুজিও যদি সমাজৰ কু-প্ৰথাবিলাক সংস্কাৰ নকৰে তেনেহলে ইয়াতকৈ আৰু কি পাপ হব পাৰে। ব্ৰাহ্মণ আদিৰ ছোৱালীবিলাকক যৌৱন-বিবাহ আৰু বিধবা বিবাহ দিব পৰা কথা শাস্ত্ৰে বিধি দিয়া স্থলতো তাক তেখেতসকলে নকৰি তাৰ দ্বাৰাই কি ভয়ানক মহাপাপৰ আৰু নিষ্ঠুৰতাৰ কাৰ্য্য কৰাইছে, তাক দেশাচাৰৰ কু-প্ৰথা ভঙ্গ কৰাৰ ভয়ত কৰা নহয়নে? ব্ৰাহ্মণাদিৰ সৰু কালতে ছোৱালী বিয়া দিয়াৰ প্ৰথাৰ দ্বাৰা স্ত্ৰী-জাতিক বা মাতৃকূলক উচ্চশিক্ষা দিয়াৰ বাটত ডাঙৰ হেঙাৰ এডাল বন্ধাৰ দ্বাৰাই জ্ঞানৰ ৰাজ্যত প্ৰবেশ কৰিবলৈ চিৰকাল বঞ্চিত কৰি ৰখা হৈছে। সৰু কালতে অৰ্থাৎ ঋতু নৌ হোৱাৰ আগতে ছোৱালী বিয়া নিদিলে জাতি-ধৰ্ম্ম নষ্ট পোৱাৰ ভয়ত কন্যাক সুপাত্ৰত দান কৰিবলৈ সময় নাপাই যাকে তাকে ৰুগীয়া হোক ঘুণীয়া হোক বিচাৰ নকৰি কন্যাদায় এৰা-বৰ অৰ্থে বিবাহ দিয়াৰ পৰা বহুত ছোৱালী অকালতে বিধবা হয় আৰু অনেকে কুপতিৰ দোষত চিৰজীৱন কষ্টও পায়, এইদৰে আকৌ বহুতে অকালতে মৃত্যু-মুখতো পতিত হয়। জ্ঞানৰ ৰাজ্য বিস্তাৰ কৰাৰ মূলত যে মাতৃকূলক উচ্চশিক্ষা দিয়া, এই কথাটিও অকণো ভুল নাই, কাৰণ মাতৃ ভালেই সন্তান ভাল হয় আৰু মাতৃৰ মুখৰ পৰাহে সন্তানে জ্ঞান-শিক্ষা আৰম্ভ কৰে। এই মাতৃজাতিক যি দেশৰ মানুহে অজ্ঞান-অন্ধকাৰত পেলাই ৰাখে নিশ্চয় নিশ্চয়কৈ সেইজাতি ভগৱানৰ অভি-শাপগ্ৰস্ত জাতি আৰু সেইজাতিৰ পাপ-পঙ্কৰ পৰা কেতিয়াও উদ্ধাৰ নাই। আসামৰ ভিতৰত গুৱাহাটী প্ৰধান নগৰ। কি পৰিতাপৰ কথা! এই নগৰখনিত ছোৱালীক শিক্ষা দিয়াৰ কাৰণে কোনো এখনি উচ্চ বিদ্যালয় বা বোৰ্ডিং খুলিবৰ ঠাই নাই! কিন্তু ওপৰ আসামৰ

ডিব্ৰুগড়ৰ্বাসী সকলক ধন্যবাদ দিওঁ যে তেখেতসকলে অসমীয়া ছোৱালী বিলাকৰ শিক্ষাৰ বাট মোকলাইছে।” সিদ্ধেশ্বৰ বৰুৱা ডাঙৰীয়াই এইদৰে তেখেতৰ নিজৰ কথা ওৰ পেলোৱাৰ পিছত বাৰে চহৰৰ ৰাইজৰ ভিতৰত অনেক কথাৰ গলা-গপা উঠি পৰিল। কিছুমানে কবলৈ ধৰিলে বৰ সাৰুৱা কথাখিনি কৈছে, আগৰ নিয়মক সাবটি ধৰি থাকিলে এতিয়া আৰু আমাৰ গা নবয়। কোনো কোনোৱে কবলৈ ধৰিলে, “জাত, জাত! জাতনো আজিকালি কাৰ আছে? বজাৰত উহুৱা চাউলে, ভাটিৰ নিমখে, কল আৰু বিলাতী পানীয়েই সকলোৰে জাত মাৰি খৈছে।” কোনোৱে কয় “জাত বাহিৰতহে, ভিতৰি ভিতৰি আজিকালি কাৰো জাত নাই।” কোনোৱে কয় “ইংৰাজী পঢ়াবিলাকেই সকলোৰে জাত মাৰিছে।” কোনোৱে কয় “ছোৱালীক লিখা-পঢ়া শিকালে বাবুৱানীহে পতা হব; খোৱা-বোৱাৰ কাম আৰু সিহঁতে নকৰে, কেৱল বেয়া চৰিত্ৰৰহে হব।” বামুণজনদিয়েকে কলে “এতিয়া ঘোৰ কলিকাল পৰিল—সকলোৱে একাকাৰ হবৰ দিন আহিছে। বক্তা কেজনে সত্যযুগৰ ঋষিসকলৰ মত বা শাস্ত্ৰাচাৰৰ কথা কৈছে। এতিয়া কলিযুগত সেই সোপা কথা নাখাটে। সত্যযুগত বামুণ তপোবনত বৰ তেজীয়ান আছিল, গৰু খায়ো তাক জীয়াব পাৰিছিল,—এতিয়া কালৰ বামুণৰ তেজ হীন হৈ গল। সত্যযুগৰ আচাৰ-ব্যৱহাৰ এতিয়া নাখাটে।” বাৰ চহৰৰ সমূহ ৰাইজৰ ভিতৰতে ডুবৰি বনৰ ওপৰত ৰঙা থঙা এখনিত বহি ঔগুৰীয়া সত্ৰৰ অধিকাৰ চাৰুচন্দ্ৰ গোস্বামী প্ৰভুৱে ৰাইজে মুখে মুখে নানা কথাৰ গলা-গপা কৰা শুনি আছিল। এই অধিকাৰ গোসাঁইজনক আসামৰ এজন আদৰ্শ গোসাঁই বুলিব লাগে: তেখেতৰ দৰে যদি আসামৰ আন আন সত্ৰৰ গোসাঁইসকলে উঠে

তেনেহলে আসাম দেশখন একে দোপেই উঠি বহিব। এখেতে ধৰ্ম্ম-সত্ৰবিলাকক নিজৰ বুলি নাভাবে, এই কাৰণে শিষ্যে বছৰি বছৰি দিয়া কৰখিনি আৰু সত্ৰৰ নামে তাহানি ৰজাই দান কৰা মাটি-বিলাকৰ খাজানাখিনি এখেতে নিজৰ নিমিত্তে তাৰ এটি পাইকো খৰছ নকৰি সত্ৰৰ ফণ্ডত জমা দি ৰাখে। নিজৰ সংসাৰ চলাবৰ অৰ্থে দুশ পুৰামান মাটিত নানা তৰহৰ খেতি কৰে। কুঁহিয়াৰৰ খেতি প্ৰায় ৫০ পুৰামান মাটিত চলাইছে। ধান খেতি ১০০ পুৰামান মাটিত বছৰি বছৰি কৰে। একে বিধ মাটিতে প্ৰায় দুটা দুটা খেতি কৰে। কাতি নেউলি ধান, কাতি অন্ত হলেই অলপ জিপ্‌জিপীয়া মাটিত কলা মাহ সিচি দিয়ে আৰু সেই মাটিখিনিৰ চাৰিওপিনে বেৰা দি ৰাখে; ফাগুন মাহত সৰহ পৰিমাণে কলা মাহ পায়। শালী ধান পুহ মাহত কাটি অতোৰা মাত্ৰকে হাল চহাই তাত আহু ধান সিচি দিয়ে। বাৰিষা যি মাটিত দ পানী হয় তাত বাও দিয়ে। খেতিৰ মোল এই গোসাঁইজনে যেনে জানে বিচুৰ্ত্তিৰ কথা। তেখে-তৰ অনেক শিষ্যে আৰু পৰ-শিষ্যেও এখেতৰ ওচৰত আহি খেতি কৰা কাম শিকি যায়হি! এখেতে কলা মাহ সিচা মাটিখিনিৰ নৰাৰ বাহিৰে প্ৰায় গোটেই মাটিৰ নৰা কাটি জমা কৰি ৰাখি গৰুক দিনে ৰাতি খাবলৈ দি থাকে আৰু তাকে গাঁত খানি পচাই ৰাখি মাটি বিলাকলৈ সাৰ প্ৰস্তুত কৰে। ধানখেৰ আৰু নৰা এডালিকো পেলনি যাব নিদিয়ে, গৰুৰ গোবৰ আৰু তেল পেৰা খলিহৈখিনি বৰ যত্ন কৰি ৰাখে। গোবৰ ঘৰৰ চাৰিউপিনে যতে ততে পেলাব নিদিয়ে। দুৰৈত গাত খানি পেলাই ৰাখে। এটা গাত পূৰ হলেই মাটি দি পুতি ৰাখে। এইদৰে গোবৰবিলাক মাটিত মিলি মাটি হৈ পৰিলে তাক নিয়াই মাটিত সাৰ ৰূপে ব্যৱহাৰ কৰে। এইজন গোসাঁই

প্ৰভুৰ বহুত গৰু আছে, গৰুবিলাকৰ সুচাৰুৰূপে যত্ন নিয়াৰ কাৰণে, সেইবিলাক এনে হৃষ্ট-পুষ্ট যে দেখিলেই মন মোহ যায়। দিনৌ ৪।৫ মোণ গাখীৰ হয়, তাৰ সৰহ ভাগ সত্ৰৰ কাষত থকা দুখীয়া মানুহৰ কেচুৱাসন্তানবিলাকক খাবলৈ বিলাই দিয়া হয়। কৃষিতে এইজনা গোসাঁই প্ৰভুৱে বছৰি বছৰি বহু টকা লাভ কৰে। সত্ৰত এটি কবিৰাজ আৰু এটি ডাক্তৰ ৰখা হৈছে। এই দুজনে মানুহৰ ৰোগ চিকিৎসা বিনামূল্যে কৰি থাকে। ইয়াত তিনিখন স্কুল আছে, এখনি সংস্কৃত, আৰু এখনি ইংৰাজী হাইস্কুল আৰু এখনি ছোৱালী স্কুল। তাত অনেক ছাত্ৰ-ছাত্ৰীয়ে পঢ়ে। গোসাঁই প্ৰভুৰ বয়স এই পৰ্য্যন্ত ৰাঠিৰ তলতে আছে। গোসানীৰ বয়সো প্ৰায় তিমানেই। সকলোৰে বিশ্বাস এইজনা গোসানীৰ পাৱৰ ধূলি মূৰত ললে মুক্তি হয়। এখেত এনে শিক্ষিতা স্ত্ৰী যে, যেয়ে তেখেতেৰে সৈতে এদিন কথা পাতিছে তেওঁ ভক্তিত নপমাকৈ থাকিব নোৱাৰে। এইজনা ভক্তি-যোগ্যা গোসানীয়ে সত্ৰৰ ভিতৰতে ছোৱালীৰ কাৰণে এখনি হাইস্কুল পাতিছে। এই স্কুলৰ কাৰণে কেবাজনাও শিক্ষিতা মহিলা ৰাখি ছোৱালীবিলাকক যদিও শিক্ষা দিয়াইছে তথাপি নিজে সদায় এই ওখ পঢ়াশালীখনিত উপস্থিত থাকি ছোৱালীবিলাকক নানা তৰহৰ শিক্ষা অতি যত্নেৰে দি থাকে। এই স্কুলখনিত তাঁত-বোৱা, সূতা-কটা, সিলাই-কৰা, ছবি-আঁকা, মাটিৰ পুতলা-গঢ়া, ৰান্ধোন-বাঢ়োন শিকোৱা আৰু গাৰ বল বঢ়াবলৈ, শৰীৰ সুস্থ ৰাখিবলৈ সকলো বিদ্যাকে ছোৱালীবিলাকক শিক্ষা দিয়া হয়। ইয়াৰ বাহিৰেও ধাত্ৰী-বিদ্যা সিইঁতক শিক্ষা দিয়া হয়। ভক্তিভাজনা এই গোসানী জনা সংস্কৃত আৰু ইংৰাজী দুটি ভাষাতে বৰ পাৰ্গতা। কোনেও নাজানে যে তেখেত ইমান বিদুষী কেনেকৈ হল। এজনা সুশিক্ষিতা

বঙ্গমহিলাক তেখেতে অনেক বছৰৰপৰা ঘৰতে ৰাখি তলে তলে লিখা-পঢ়া শিকি আছিল। সেই মহিলাজনাকে এতিয়া তেখেতে ছোৱালী স্কুলৰ হেড মাষ্টৰণী পাতি দিছে। গোসাঁই ঈশ্বৰে যিটি সংস্কৃতৰ টোল নিজ সত্ৰত পাতিছে তাত কামৰূপৰ সদাশিৱ ভট্টাচাৰ্য্য নামে এজন বেদান্ত চূড়ামণি উপাধি পোৱা বুঢ়া অধ্যাপকক ৰাখিছে। এই বুঢ়া অধ্যাপকজনাই গোসাঁই-গোসানী দুয়োকো একেলগে পোনতে সংস্কৃত ব্যাকৰণ শিকাই সংস্কৃত শিক্ষা দিছে। গোসাঁই ঈশ্বৰেও সেই বঙ্গ মহিলাজনাৰ স্বামী নগেন্দ্ৰচন্দ্ৰ চাটুৰ্জ্জি এম, এ'ক ৰাখি অনেক দিনৰপৰা ইংৰাজী শিকি ইংৰাজী বিদ্যাত ইমানে পাৰ্গত হৈছে বুলি কোনেও নাজানে। গোসানীয়ে মানুহৰ আগত কেতিয়াও ওৰণি নলয়, মুখ উলিয়াই বাহিৰ হয়। আৰু নজনা নিচিনা মানুহৰ ফালে নাচায়ও এনেকি তেওঁৰে সৈতে কথাকো নাপাতে। তেখেতে ছোৱালীবিলাককো মানুহৰ আগত মুখ উলিয়াই ফুৰিবলৈ উপদেশ দিয়ে আৰু কয় যে কোনো মানুহকে ছোৱালীবিলাকে যেন ভয় নকৰে। যি মানুহে ছোৱালীবিলাকৰ মুখলৈ পাপ চকুৰে চায় তাৰ চকু দুটা ছোৱালীবিলাকে ভৰিৰে গছকি বাহিৰ কৰা উচিত। ছোৱালী বিলাকে পঢ়াশুনা শেষ কৰি পেলোৱাৰ পিচত কোনো কোনো দিন সৰল অসমীয়া কথাৰে উদাহৰণ দি গীতা ব্যাখ্যা কৰি শুনায়। ভাগৱতৰ ৰাসলীলা, বৃন্দাবন-বিহাৰ আৰু হৰমোহন আদি কথাবিলাক শিশুমতি লৰা-ছোৱালীলৈ পঢ়িবৰ যোগ্য নহয় বুলি বাদ দিয়ে। এই কাৰণে কীৰ্ত্তনখন লৰা-ছোৱালীক কেতিয়াও পঢ়িবলৈ নিদিয়ে। ঘোষাখনি হলে গোসানীয়ে লৰা-ছোৱালীক পঢ়িবলৈকো দিয়ে আৰু ব্যাখ্যা কৰিও শুনায়। নল-দময়ন্তী, শ্ৰীবৎস-চিন্তা আৰু সাবিত্ৰী-সত্যবানৰ উপাখ্যান আৰু ধ্ৰুৱৰচৰিত আদি পুথিবিলাক সুন্দৰকৈ ছপাই

ৰাখিছে। এই পুথিবিলাক সত্ৰত লৰাছোৱালীৰ হাতে হাতে দেখিবা; ইয়াৰ বাহিৰেও বুদ্ধ, খৃষ্ট, মহম্মদ আদি মহাপুৰুষসকলৰ, শ্ৰীশঙ্কৰ-দেৱ, চৈতন্যদেৱ, ৰামানন্দ, তুলসীদাস, নানক, কবীৰ আদি সাধু-ভক্তসকলৰ জীৱন-চৰিত্ৰবিলাক ইমান সৰহকৈ ছপাই আনি ৰাখিছে যে সত্ৰলৈ যেয়ে আহি খোজে তাকে একো একোখন অলপ ধনতে দিয়ে। গোসাঁইৰ সত্ৰলৈ ইংৰাজী, বঙলা, অসমীয়া, হিন্দি আৰু সংস্কৃত নানা তৰহৰ বাতৰি কাকত আহে, যাৰ যি ইচ্ছা লাইব্ৰেৰিলৈ গৈ পঢ়ি থাকিব পাৰে। এইবিলাক কাম গোসানীৰ তত্বাবধানতে থাকে। গোসাঁনীজনা এনে দয়াৱতী যে তেখেতে কোনো আলহী আহিলে এনে শুশ্ৰূষা কৰে যে আলহীজনে জীৱনত গোসানীক কোনোমতে পাহৰিব নোৱাৰে। গোসানীজনাই সকলোকে দি থৈ যেতিয়া নিজে খাবৰ সময় হয়, তেতিয়া যদি কোনো মানুহ নোখোৱাকৈ উপস্থিত হয়হি, নিজলৈ খাবৰ ৰখাখিনিকে তেওঁক দি হয় নিজে পিচে বান্ধি অন্নগ্ৰহণ কৰে নহয় সেইবেলা জলপান খায়ে থাকে। ঘৰৰ চাকৰ চাকৰণীৰ প্ৰতি গোসানী বৰ মৰমিয়াল। সিহঁতৰ যি খাবৰ ইচ্ছা তাকে বামুণৰ হতুৱাই ৰন্ধাই খুৱায় আৰু সিহঁতৰ লৰা-ছোৱালী বিলাকক নিজৰ লৰা-ছোৱালীৰ দৰে ব্যৱহাৰ কৰে। গোসাঁই আৰু গোসানী দুয়ো নিৰামিষ আহাৰী। এই কাৰণে গোসাঁনীয়ে বা গোসাঁ-নীৰ বিধবা বুঢ়ী খুড়ীয়েকে অন্ন পাক কৰা ভিন্ন আন কাৰো হাতে খাবলৈ তেওঁ শঙ্কা কৰে। গোসাঁইজনাই সকলো দেশৰ সকলো জাতিৰ যিমান ধৰ্ম্মশাস্ত্ৰ আছে মানে তাৰ এখনো নপঢ়াকৈ থকা নাই। বেদ, বাইবেল, কোৰাণ, বুদ্ধশাস্ত্ৰ, কোনো শাস্ত্ৰকে পঢ়িবলৈ তেখেতৰ বাকী নাই। তেখেতে হিন্দুৰ ছয় দৰ্শন ভালদৰে পঢ়ি জ্ঞান লাভ কৰিছে। সাংখ্য দৰ্শন মতে 'ঈশ্বৰাসিদ্ধে' এই কথাটি তেখেতৰ মনত

নালাগে, তাৰ ভিতৰত তেখেতে এই কথাটি বৰকৈ ধৰে যে প্ৰকৃতি (পৰমাণু) পুৰুষ (চেতন) দুয়ো মিলি সৃষ্টি কৰা স্বীকাৰ কৰিলে ঈশ্বৰ শক্তিৰ অনন্তত্ব আৰু অখণ্ডত্ব প্ৰমাণ কৰা অসিদ্ধ হৈ পৰে এতেকে সাংখ্য মত ভুল। বেদান্ত দৰ্শনখিনি পঢ়ি ভাল পায় হয় কিন্তু গোসাঁই অদ্বৈত্যবাদী নহয় তেখেতে কয় সমস্ত জগত ব্ৰহ্মাণ্ড· ব্ৰহ্মৰ বিকাশ হলেও সৃষ্ট আৰু স্ৰষ্টাৰ বিভিন্নতা গছ আৰু তাৰ পত্ৰ পুষ্প আৰু ফলৰ দৰে এনে সৃষ্টিৰ ক্ৰিয়া অনন্ত দিন চলিয়েই আছে আৰু চলিয়েই থাকিব। বৈশেষিক দৰ্শনখনিক ভাল পালেও কণাদক ঈশ্বৰতত্ত্ব বিচাৰ নকৰা এক প্ৰকাৰ নিৰীশ্বৰবাদী বুলি ধৰে। জৈমিনী ঋষিকো এখেতে তেনেকুৱাই বোলে কিন্তু জৈমিনীয়ে শব্দৰ নিত্যতা স্বীকাৰ কৰা বাবে একপ্ৰকাৰ ঈশ্বৰবাদীও বোলে। পাতঞ্জল দৰ্শনখনিক বৰ ভাল পায়, তাৰ যোগতত্ত্ব গৱেষণা কৰি তেখেতে এনে ঠাৱৰ কৰে যে আত্মাও পঞ্চভূতৰ দৰে সৃষ্ট পদাৰ্থ। আত্মাৰও তলৰপৰা ওপৰ খাপলৈকে শৰীৰ ধাৰী-জীৱ জগতৰ দৰে অনেক ৰাজ্য আছে; যোগ বলেৰে আত্মাৰ উন্নতি কৰা কাৰ্য্য মৰ্ত্ত্যলোকবিলাকতে শেষ নহয়। তলৰপৰা ওপৰ খাপলৈকে আত্মাৰ ৰাজ্যখিলাকতো জ্ঞান আৰ্জি তাৰ উন্নতি সাধন আত্মাই কৰি থাকিব আৰু কৰিয়েই আছে। নিৰ্ব্বাণত্ব লাভ কৰাকেই আত্মাৰ চৰম উন্নতি বুলি গোসায়ে কয় কিন্তু নিৰ্ব্বান হোৱা মানে পানীত লোণ পমি যোৱাৰ দৰে বা পানীত পানী বা তেলত তেল লগ লাগিলে যেনে একো চিন ছাপ নাথাকে তেনে নহয়। বাৰে বাৰে আহি গৈ জন্ম নোহোৱাক হে নিৰ্ব্বাণ হোৱা বোলে। এই নিমিত্তে যিবিলাকৰ কৰ্ম্মফল আত্মাৰ ৰাজ্যৰপৰাও ক্ষয় গৈছে সেইবিলাকেই বিশুদ্ধ আত্মা। সেইবিলাক আত্মাই উলটি জন্ম-

গ্ৰহণ কৰে হয় কিন্তু মানৱ জাতিক উপকাৰ কৰাৰ অৰ্থে সময় সময় ব্ৰহ্মাৰ ইচ্ছামতে পাপহীন বিশেষ মানৱ দেহৰূপ যন্ত্ৰত আবিৰ্ভূত হৈ অৰ্থাৎ সেই যন্ত্ৰটিৰ আত্মাক নিজত লীন কৰি মানৱ জাতিৰ সময় সময় উপকাৰ কৰেহি। ব্ৰহ্মাদি ঋষিসকল ভগবান শ্ৰীকৃষ্ণ, বুদ্ধদেৱ, খৃষ্ট, মহম্মদ আন একো নহয়; এই বিশেষ আত্মাৰ ভিতৰৰ কোনো কোনো জন মাত্ৰ। এনে আত্মাবিলাকে যোনীত জন্ম নলয় কিন্তু কাৰ্য্য শেষ হোৱাৰ পিছত যিটি দেহ যন্ত্ৰত লম্ভি পৃথিবীত মানৱ জাতিক প্ৰেম বিলাই উপকাৰ কৰিছিলহি, সেই যন্ত্ৰটিৰ নিজ আত্মা-টিকো মুক্তি দি উলটি ব্ৰহ্ম-লোকলৈ গুছি যায়। এই কাৰ্য্যটিক বিশুদ্ধ আত্মাৰ পক্ষে মৃত্যু হোৱা নোবোলে গোসাঁই ঈশ্বৰৰ এইটি অটল বিশ্বাস। এই কাৰণে এই গোসাঁইজনাই বুদ্ধদেৱক বৰকৈ মানে আৰু বুদ্ধ ধৰ্ম্মক নাস্তিক ধৰ্ম্ম নোবোলে। ন্যায় দৰ্শনখনি পঢ়ি গোসাঁয়ে বৰ বংপায় আৰু তেখেত এজন মহাযুক্তিবাদী তাৰ্কিক। ভাগৱতৰ ভক্তিৰ অংশখিনিকহে গোসাঁয়ে ভাল পায়, তাৰ কেত-বিলাক উপন্যাস কাহিনীক তেখেতে ব্যাসে কৰা বুলি স্বীকাৰ নকৰে। তেখেতে কয় যে এটি সংস্কৃত শব্দৰ অৰ্থ নানা পিনে খটাব পাৰি। ভগবান শ্ৰীকৃষ্ণক যিবিলাক কু-চিত্ৰৰে ৰঞ্জিত কৰা হৈছে তাক দেখিলে আৰ্য্যবিলাকৰ পতন অৱস্থাৰ চৰিত্ৰ, আচাৰ অৱনতি চিত্ৰৰ বাহিৰে আন একো নহয়। গীতা আৰু উপনিষদ কেইখনি গোসাঁই প্ৰভুৰ প্ৰাণৰ বস্তু, তাক সদায়ে আলোচনা কৰি থাকে। পাশ্চাত্য দৰ্শন আৰু বিজ্ঞান তেখেতে অনেক পঢ়িছে। হিগেন হিউম, কাণ্ট, বেইন, জন ষ্টুৱাৰ্ট মিল, হক্সলি, টিণ্ডেল, ডাৰউইন, ইত্যাদি। এইবিলাকৰ ভিতৰৰ চোফেনহাৱ, আৰমষ্ট্ৰং, থিওদৰপাৰ্কাৰ মাৰ্টিনিউ আৰু এমাৰচন আদিৰ কিতাপবিলাক হলে

গোসাঁইজনাই শলাগি পঢ়ে। বৈজ্ঞানিকৰ ভিতৰত টিণ্ডেলক শলাগে আৰু কোনো বৈজ্ঞানিককে নাস্তিক নাভাবে, কিয়নো বিজ্ঞানে আস্তিকতাহে ৰক্ষা কৰে!” এতিয়া এই ঔগুৰি সত্ৰৰ অধিকাৰ গোসাঁই ঈশ্বৰে থিয় দি কব ধৰিলে,—“ৰাইজসকল, মই গুটিদিয়েক কথা কওঁ সকলোৱে যেন কাণ পাতি শুনে। মই সকলো শাস্ত্ৰ আৰু মানৱজাতিৰ, পৃথিবীৰ বুৰঞ্জী পঢ়ি পঢ়ি গমি পাইছো যে সত্যযুগৰপৰা আজিলৈকে কোনো মানৱজাতিৰ সমাজ নিৰ্দ্দোষ নহয়। সময়ে সময়ে সভ্যজগতৰ সকলোজাতিৰ সমাজৰ কু-প্ৰথা থকা দোষ বিলাক প্ৰত্যেক জাতিৰ মনিষীসকলে শুধৰাই আহিছে। সত্যযুগ আৰু কলিযুগ—দৰাচলপক্ষে দেখিবলৈ গলে একো নহয়। কাল অনন্ত, তাক মানুহে ভাগ ভাগ কৰিছে। বছৰ, দিন, বাৰ, তিথি এইবিলাক মানুহেইহে পাতিছে। একোৰে নাম নাই, সকলোৰে নামকৰণ কেৱল মানুহে মাত্ৰ কৰিছে; মূলত যে ঈশ্বৰৰ অনন্তজ্ঞান, কিছু অংশ আছে তাক মানুহৰ জ্ঞান-বুদ্ধিয়ে চিনাকি দিয়ে। মানুহৰ জ্ঞান আনপিনে দকৈ বিচাৰ কৰি চালে সীমাবদ্ধ নহয় বুলি কোনে কব পাৰে? এই কাৰণে চিৰকাল মানুহত দোষ-গুণ আছে আৰু সদায় থাকিব। কিন্তু মানুহ যদি মানুহ হৈ থাকিবৰ অৰ্থে জ্ঞানৰ ৰাজ্যত প্ৰৱেশ কৰিব খোজে বা সেইকাৰণে চেষ্টা কৰে তেনেহলে দোষৰ ভাগ বহুপৰিমাণে কমি প্ৰকৃত মানুহ হৈ পৰে, তাকে নকৰিলে মানুহ পশুতকৈও অধম হয়। মানুহক ভগৱানে সৃষ্টি কৰাৰ উদ্দেশ্য, জ্ঞানৰ উন্নতি সাধন কৰা। ৰাইজসকল! আপোনাসকলৰ অনেকে বহুকথা অজ্ঞানতা-দোষত অবুজ হৈ কোৱামেলা কৰিছে। প্ৰকৃতপক্ষে চাবলৈ গলে বেদান্ত-দৰ্শনে যেনে মায়াক মিছা পাতি ৰজ্জুভ্ৰমে সৰ্পবৎ বুলি ব্যাখ্যা কৰিছে, জাতিভেদ

আৰু অজ্ঞান মানুহৰ কথাই কথাই জাত যোৱা শঙ্কাও তেনে। মানুহ, মানুহ-জাতি, পশু, পশু-জাতি ইত্যাদি ভাগকেই জাতিভেদ বোলে। বেলেগ বেলেগ ঠাই বা দেশত থকা মানুহবিলাকৰ ভাষা ভিন্ন ভিন্ন, গতিকে মানুহৰ জাত বা জাতি বেলেগ বেলেগ যেন দেখি কিন্তু মনৰ ভাষা সকলো মানুহৰ একেই যে তাৰ অলপো লৰচৰ নাই। কি সভ্য, কি অসভ্য সকলো মানুহেই স্থূলতঃ বেয়া ভাল, মিছা সঁচা, আৰু পাপ পুণ্য বুজি পায়, নহলে অসভ্য মানুহে মিছা কলে, চুৰ কৰিলে, ফাঁকি দিলে বা প্ৰৱঞ্চনা কৰিলে কিয় খং উঠি সিহঁতৰে সৈতে বেহা-বেপাৰ কৰা মানুহক কাটিবলৈ উঠে বা কাটি পেলায়! প্ৰেমৰ ভাগটিক যি মানুহে বা জাতিয়ে ভালদৰে বহলাই সকলোৰে স্বাধীন ক্ষমতা আৰু সমান স্বত্ব বিচাৰ কৰি মানুহক দান কৰিব পাৰিছে সেই মানুহ বা জাতিয়েই উন্নত জ্ঞানী মানুহ বা জাতি। তেনেকুৱা জাতিক আন অজ্ঞানী জাতিক লাহে লাহে জ্ঞানৰ ৰাজ্যলৈ নিয়াৰ কাৰণে ভগবানে ক্ষমতা দিয়ে, এইকাৰণে যি জ্ঞানী মানুহ বা জাতি তাৰ হিংসা, ঘৃণা, দ্বেষ আৰু অহঙ্কাৰৰে গঢ়া জাতিৰ ভেদ নাই। আমাৰ দেশখনিত দেখিবলৈ গলে হিংসা, বিদ্বেষ, ঘিণ, আৰু অহঙ্কাৰেৰে গঢ়া জাতিভেদ, এইকাৰণে, হে ৰাইজসকল! মোক দায় দোষ নধৰিবা যেন সঁচা কথা কোৱাত ক্ষমা কৰে। আমাৰ অসমীয়া জাতি চাবলৈ গলে সভ্যও নহল আৰু ঘোৰ অসভ্যও নহল, কেৱল মাজত পৰি হিংস্ৰক জন্তুৰ দৰে অধমজাতি হৈ পৰিছে। তেনে নোহোৱাহেঁতেন এই দেশৰ মানুহৰ প্ৰাধান্য নষ্ট কৰি আন আন দেশৰ মানুহে এই অসমীয়া জাতিটিক তল পেলাই ইয়াত কেতিয়াও খেতি-বেপাৰ আদি কৰি চহকী হব নোৱাৰিলেহেঁতেন। ক'ত পৰদেশৰ মানুহে আহি আমাৰ ওচৰত

হাত পাতিবহি কিন্তু সিদৰে নহৈ সিহঁতেহে আমাৰ ওপৰত প্ৰাধান্য বিস্তাৰ কৰিছেহি! আৰু তাৰ বিপৰীতে আমিহে পৰদেশীক সদায় মগনীয়াৰ দৰে হাতপাতি আছোঁ আৰু পাতিব লাগিছোঁ। ইয়াৰ মূল কাৰণ আমাৰ ইটি সিটিৰ ভিতৰত পৰশ্ৰীকাতৰতা, হিংসা-বিদ্বেষ আৰু অহঙ্কাৰ নহয় নে? এতেকে হে ৰাইজসকল! জাত নোহোৱা জাতি, মানুহৰ ভিতৰত আমিহে। ভালদৰে জ্ঞানী আৰু অজ্ঞানী বা সভ্য আৰু অসভ্য নোহোৱা মাজৰ অৱস্থাটি যেই কোনো মানুহলৈ বৰ ভয়ানক অৱস্থা। এনে অৱস্থাত পৰি আৰু ওপৰলৈ উধাব নোৱাৰিলে যেই সেই জাতিয়েই ধ্বংস প্ৰাপ্ত হয়। আমাৰ অসমীয়া জাতিৰ বৰ্ত্তমান এই অৱস্থা পৰিছে। এই কাৰণে হিংসা, খিয়াল, বিদ্বেষ, অহঙ্কাৰে অসমীয়াৰ গাত বাহ বান্ধিছে। অসমীয়া জাতিয়ে বৰ্ত্তমান অৱস্থাত জ্ঞানৰ ৰাজ্যখনিলৈ যাবলৈ ইচ্ছা কৰাৰ কাৰণে ৰাজআলিটি ধৰিব নোৱাৰাত পৰিছে। পুৰ্ব্বতী নিশাৰ আগতে নৌ পোহৰ হওঁতে কিছুমান সময় কালৰাত্ৰি থাকে যাক অসমীয়াভাষাত দোকমোকালি বা লোকালোকি সময় বোলে। এই-বেলা খোজকঢ়া বাটৰুৱাই যেনেকৈ খেলি-মেলি লগায়, আমাৰ অসমীয়া জাতিয়েও জ্ঞানৰ ৰাজআলি নাপাই সেইদৰে খেলি-মেলি লগাইছে। এইকাৰণে এতিয়া আমাৰ জাতিটিক ৰাজআলি দেখুৱাৰ কাৰণে জনদিয়েক জ্ঞানৰ শলিতা হাতত লোৱা নেতাৰ প্ৰয়োজন হৈছে। শঙ্কট নামে এখন বহল নৈৰ সিপাৰে জ্ঞানৰ ৰাজ্য আছে, সেই ৰাজ্যৰ মাটিবিলাকত ঘৰ সাজি সুখে থকাৰ কাৰণে পৃথিৱীৰ মানুহে হেটা-ওপৰা লগাইছে। যেয়ে আগেয়ে নৈখন পাৰ হৈ সেই ৰাজ্যত ভৰি দিবগৈ পাৰে সেয়ে ভাত ঘৰ সাজিবলৈক মাটি পাব। আশা নামেৰে জাহাজ এখনি যাত্ৰীক পাৰকৈ নিবলৈ

নৈৰ পাৰতে ৰাজআলিৰ মূৰত লাগি আছে। যিবিলাক যাত্ৰীয়ে আগতে ৰাজআলিটি ধৰি জাহাজখনত পোহৰ ওলাওতেই উঠিব পাৰিব সেই-বিলাকেই পুৱাৰ সময়তেই সেইৰাজ্যখনি পহুছিব। পিছত থকা বিলাকে পিছ পৰি তাত মাটি নাপাই আনৰ তলতীয়া হৈ মাটি লৈ থাকিব লাগিব, এইকাৰণে হে অসমীয়া ৰাইজসকল! বাটৰ খেলি-মেলি যাতে নালাগে তদৰ্থে জনদিয়েক পথপ্ৰদৰ্শকক চাই-চিঁতি বাছি লোৱা। দুখৰ বিষয়, এনে পথপ্ৰদৰ্শক আমাৰ দেশত আজিও নোলাল আৰু ওলাবলৈকে চেষ্টাও নকৰে। যি কোনো দেশতেই স্বাৰ্থত্যাগী মহামনা মানুহ নোলালে জাতিৰ কল্যাণ সাধিত নহয়েই যে ই ধৰাবন্ধা কথা। কিন্তু আমাৰ অসমীয়ামানুহৰ ভিতৰত এতিয়ালৈকে এনে মানুহ নোলোৱাৰ মূলত কাপুৰুষতা। যি জাতিৰ হৃদয়ত সাহ নাই, প্ৰেম নাই, সেইজাতিৰ ভিতৰত বীৰপুৰুষৰ জন্ম হোৱা অতি অসম্ভৱ কথা। আনপিনে চাবলৈ গলে কিছুমান মানুহে ত্যাগ-স্বীকাৰ নক-ৰিলে স্বজাতিক কেতিয়াও উন্নতিৰ বাটলৈ নিব নোৱাৰে, যাৰ আছে সেয়ে নিজ স্বত্ব এৰি ৰাইজৰ উন্নতিৰ অৰ্থে এৰি দিয়া কথাটিকেই ত্যাগস্বীকাৰ বোলে। নোহোৱাৰ ত্যাগস্বীকাৰ একো নাই। এই কাৰণে আমাৰ অসমীয়া জাতিয়ে যদি নিজ অস্তিত্ব ৰাখিব খোজে তেনেহলে যাৰ ধন-বিত আছে সেইসকলে দেশৰ লৰা-ছোৱালীৰ শিক্ষাৰ উন্নতিৰ সম্পৰ্কে কেতিয়াও যেন কৃপণতা নকৰে। উচ্চ-জ্ঞান শিক্ষাৰ অৰ্থে আৰু শিল্প-বাণিজ্য নিজ দেশত বিস্তাৰ কৰি আজিকালি দিনৰ শিক্ষিত যুবকসকলে গৱৰ্ণমেণ্টৰ চাকৰী নকৰি নিজ চেষ্টাৰে অৰ্থোপাৰ্জ্জন কৰি মানুহ হবলৈ সহায় কৰিবৰ নিমিত্তে যাইকৈ আমাক এটি জাতীয় ধনভড়াল বা বেঙ্কৰ বৰ প্ৰয়োজন হৈছে। এই কাম যদি হেলা নকৰি আমি অসমীয়া ৰাইজে সোণকালে কৰোহঁক

তেনেহ্লে আমাৰ দেশত ভাৰতৰ আন আন দেশ বা প্ৰদেশৰ লগৰীয়া হবলৈ বেচি দিন নেলাগিব। এইটি কাম কৰিলে অসমীয়া মানুহৰ মাটি-বাৰি বন্ধকত বিদেশীৰ হাতলৈ নগৈ নিজৰ হাততে থাকিব। ৰাইজসকলৰ ভিতৰত যে কোনো কোনোৱে কলৰ পানী আৰু বিলাতী পানীয়ে জাত মৰাৰ কথা কোৱা-মেলা কৰা শুনিছো, পৰিস্কাৰ পানীয়ে জাত মৰাৰ কথা ভৰাতকৈ অজ্ঞান কথা আন একো নাই। ভাবি দেখিলে ময়লা পানীয়েহে আমাৰ জাত মাৰিছে, আমি যাইকে প্ৰাণৰক্ষা কৰি জলৰূপী নাৰায়ণক অপব্যৱহাৰ কৰোঁ দেখিহে হাজাৰে হাজাৰে আমাৰ দেশৰ মানুহ বছৰি বছৰি হাইজা, কলাজ্বৰ আৰু ইনফ্লুয়েঞ্জা আদি মহামাৰী ৰোগৰ দ্বাৰা অকালতে মৰি ধুকাইছে। জলৰূপী নাৰায়ণক যি ছুৱা কৰে তাৰ সমান অজ্ঞানী পাপী কোনো নাই। আমি নিজৰ খোৱা-পানীটুপি নিকাকৈ খাবলৈ যত্ন নকৰোঁ, বিল, খাল, নাদ, ডোঙা-ডুঙিৰ কলেৰা আদি বেমাৰৰ বীজ থকা বিষাক্ত পানী আমি খাওঁ। সেইবাবেই আমি অকালতে ভেটি উছন কৰি মৰোঁহঁক। এখন গাঁৱত অনেক জাতৰ মানুহ থাকে, তাত যদি পকা পাটনাদ এটি কৰা হয়, সাধাৰণবৰ্গে তাৰ পৰা পানী তুলি নিলে গোটেই নাদটি অশুচি হৈ পৰে, তাৰ পানী ভাল জাতৰ মানুহে খালে জাত যায়. এনে কুসংস্কাৰ যি দেশৰ মানুহে পোঁহে সেই দেশৰ মানুহৰে একো জাত নাই। জাত আছে সেইখন দেশৰ মানুহৰ—যিখন দেশৰ মানুহে নিজ স্বাস্থ্য উন্নত কৰিবলৈ ভাল ঘৰত বাস কৰে, পৰিস্কাৰ বল-বুদ্ধি বৃদ্ধিকাৰক আহাৰ ভোজন কৰে, পৰিস্কাৰ পিন্ধে আৰু সকলোপিনে পৰিস্কাৰ থাকে। জ্ঞানচকুৰে বিচাৰ কৰি চালে আজিকালি ইংৰাজ আদি পৃথিৱীৰ আন আন সভ্য জাতিৰহে জাত থকা দেখা যায়। আমি চকুৰ আগতে চাহাব

সকলক দেখিছোঁ, তেখেতসকলে কেনে পৰিস্কাৰ খায়, পৰিস্কাৰ পিন্ধে, পৰিস্কাৰ থাকে আৰু ভাল পৰিস্কাৰ ঘৰত বাস কৰে অথচ আমি তেখেতসকলক জাতনোহোৱা মেলেচ্ছ বোলোঁ! বাইকৈ চাবলৈ গলে জাতনথকা মেলেচ্ছ আমিহে। ধৰ্ম্মৰপিনে চাবলৈ গলেও আমি মিছাতে হিন্দুধৰ্ম্মী বুলি আৰ্য্য ঋষিসকলৰ অপযশ আনো। আমি সনাতনধৰ্ম্মী বুলি যে কওঁহক আমাৰ গাত সনাতন ধৰ্ম্মৰ গুণ লেশ মাত্ৰ নাই। যি মানুহ বা জাতিৰ হৃদয়-ঘৰখনিত অকল ঘিণে মাত্ৰ যুগমীয়াদিনৰপৰা বাহ বান্ধি আছে, এনে জাতিৰ হৃদয়ত প্ৰেমে যেতিয়া থাকিবলৈ ঠাই নাপায়, তেনে জাতিক সনাতন হিন্দুধৰ্ম্মী বুলিব পাৰিনে? সনাতন ধৰ্ম্মৰ অৰ্থ কি? যি ধৰ্ম্ম অতি সৰল চিৰকলীয়া মানৱজাতিৰ স্বভাৱেৰে সৈতে মিলে তাকেই সনাতন-ধৰ্ম্ম বোলে। ইংৰাজী ভাষাত ইয়াক Cathalic religion বুলি কয়। বৰ্ত্তমান অধঃপতিত হিন্দুসকলে এই ধৰ্ম্ম পালিছেনে? হিন্দুৱে এই ধৰ্ম্ম পালন কৰাহেতেন, হিন্দুবিলাক কেতিয়াও এনে বেবেৰিবাং অৱস্থাত পৰি পৰাধীন হৈ দিনৌ অপমানৰূপ পাদুকাৰ তলত পৰি নাথাকিলহেতেন। আমাৰ আসামদেশখনত এজনো প্ৰকৃত নেতা নথকাৰ কাৰণে বৰ্ত্তমান সময়ৰ লগে লগে বেগাই বেগাই আগবাঢ়ি যাবলৈ আজিকালি আমাৰ ভিতৰত বাট দেখুৱাওতা কোনো এজন ওলোৱা নাই। এই কাৰণে আমি যে ভাৰতৰ আন আন প্ৰদেশৰ ভাইবিলাকৰ লগ ধৰিব পাৰিম তাৰ আশা আমাৰ একেবাৰে নাই বুলিলেও হানি নাই। পৰশ্ৰীকাতৰতা, ঘৃণা, হিংসা, খিয়ালেৰে আমাৰ হৃদয় ভৰি থকা গতিকে আমি বঙালীৰ কি আনৰ উন্নতি সহিব নোৱাৰি কেৱল সেইসকলৰ দোষখিনি বিচাৰি উলিয়াই সন্তুষ্ট থাকো। বঙ্গ কি আন আন দেশৰ মানুহৰ বেয়াখিনিহে আমি

গ্রহণ কৰোঁ, ভালখিনি নকৰো কেলৈ ? আমি অজ্ঞান, মূৰ্খ, গতিকে ভাল বেয়া কিটো তাক চিনি নাপাওহক, ঠিক কথা ! যি বঙালী জাতিক আমাতকৈ টান দেশাচাৰৰ বন্ধনত থকা বুলি আমি নিন্দা কৰোহক আজি সেই বঙালী আগৰ বঙালী নহয়। দিন দিন বঙ্গদেশৰ মানুহৰ সৎসাহস এনে বাঢ়িব ধৰিছে যে সত্যৰ নিমিত্তে অনেক বঙালীযুবকে নিজ প্ৰাণ তুচ্ছ কৰি মৃত্যুক আলিঙ্গন কৰিবলৈ অলপো কেৰেপ কৰা নাই। সেই দেশত ধৰ্ম্ম আৰু সমাজগুধাৰক অনেক মহাত্মাই জন্মগ্ৰহণ কৰি দেশৰ উন্নতি সম্পৰ্কে সদায় চেষ্টাৰ ক্ৰটী কৰা নাই।

বঙ্গদেশৰ বাতৰি কি আলোচনী কাকত বা কোনো দেশহিতৈষীয়ে ছপা কৰি উলিওৱা পুস্তকত ধৰ্ম্ম, সমাজ, ৰাজনীতি আৰু শিল্প-বাণিজ্যৰ বিষয় কোনো নতুন কথা ওলোৱা মাত্ৰকে বাইজে আন্দোলন কৰিব ধৰে। আমি মৃতপ্ৰায় অসমীয়াই তেনেবিলাক কথালৈ কাণসাৰকে নিদিওঁ। কলখোৱা বাদুলীয়ে-খোৱা, ভৰা মানুহক ৰাজভগনৰ কথা কলে কি হব! এইকাৰণে আজি বঙালী আগৰ বঙালী নহয়। ইতিপূৰ্ব্বে বঙ্গদেশত জাতিভেদৰ কটকটীয়া বান্ধ আছিল, আজি সেই বান্ধ প্ৰায় ঢিলা হৈ আহিব ধৰিছে। আগেয়ে বঙ্গদেশত সৰু ছোৱালী বিয়া দিয়া প্ৰথা আছিল, আজি-কালি তাত যৌৱন কালতহে বিয়া দিয়াৰ প্ৰথা চলিব ধৰিছে আৰু চলিছেও। পৰাশৰ সংহিতাৰ মতে হিন্দুৰ ভিতৰত কুমলীয়া বয়সৰ বিধবা বিয়া দিয়া কথাটি আগেয়ে বঙালীয়ে ছুইবামকে নকৰিছিল, আজিকালি সেই প্ৰথা পণ্ডিতসকলে সমাজত চলাবলৈ অনুমোদন কৰিছে আৰু তাক ভদ্ৰলোকৰ ভিতৰত চলাই দেখুৱাইছেও। এই দৰে যেইপিনে চোৱা কেৱল সমাজসংস্কাৰকেইহে দেখিবা। কিন্তু অসমীয়া জাতিয়ে এতিয়া উলটি নিজৰ ভালখিনি এৰি আনৰ বেয়াখিনি গ্ৰহণ কৰিবলৈ শিকিছে। কৰ্ম্ম-বিভাগৰ

জাতিযোৱা পুৰ্ব্বৰ আইনখিনি বঙালীয়ে লাহে লাহে ভাঙিছে আৰু ভাঙিব ধৰিছে, শিল্প, বাণিজ্য, বঙালীয়ে এতিয়া বৰ টান কোবেৰে হাতত লৈছে, সেই দেশৰ যুবকসকলৰ ভিতৰত ওখজাতৰ বামুণ আদি লোকসকলেও নিজে হাল ধৰিব শিকিছে এনেকি চমাৰৰ কাৰবাৰতো জাতলৈ ভয় নকৰাকৈ ধৰিছে। সুখৰ বিষয় আলামত খেতি কৰিবলৈকে বঙালীয়ে আগবাঢ়ি অনেক ঠাইত মাটি লৈ চাহ বাগিছা পাতিছে আৰু অনেক পুৰণা চাহবাগিছা কোনো অসমীয়া ভদ্ৰলোকে চলাবলৈ টকা নেপাই বঙালীক বেচিবলৈ বাধ্য হৈছে। আজিৰ বঙ্গদেশ যে আগৰ বঙ্গদেশ নহয় তাক কোনে স্বীকাৰ নকৰিব। বঙ্গভাষাৰ উন্নতিৰ পিনে যদি চোৱা যায় তেনেহলে বঙ্গভাষাই ভাৰতৰ আন আন ভাষাৰ শীৰ্ষস্থান অধিকাৰ কৰিছে। তিৰোতাশিক্ষাৰ পিনে চাই পঠালে বঙ্গদেশত অনেক মহিলা বিদুষী হৈ ভাৰত জিলিকাব ধৰিছে। যি বঙালীয়ে স্ত্ৰী জাতিক গুলাব নিদি ঘৰৰ ভিতৰত সদায় বন্ধনত বাখি থৈছিল আজি সেই বঙ্গ-মহিলাসকলৰ সেই বন্ধন-ভয় গুচি লাহে লাহে স্বাধীনভাবেৰে বীৰ ৰমণীৰ দৰে মুকলিমুৰীয়া হৈ ওৰণি গুচাই নিৰ্ভয়ে ফুৰিবলৈ শিকিছে। আমাৰ অসমীয়া মহিলা সকলে আগেয়ে ওৰণি লোৱাৰ অভ্যাস তেনেদৰে নেৰাখিছিল আৰু স্বাধীনভাবে ফুৰিব পাৰিছিল, কিন্তু আজি-কালি দেখা যায় ভাওৰীয়ানী সকলে বাঘৰ ভয়ত হৰিণীয়ে যেনেকৈ গা চাই লুকাই লুকাই ফুৰে তেনেকৈ সন্ধ্যা সময় বা ৰাতি হাতত সাৰে ভৰিত সাৰে, ইঘৰ সিঘৰ ফুৰে। এনেকুৱা লজ্জাবতীক তিৰোতা বোলেনে ভয়াতুৰা বোলে? যি জাতিৰ মাতৃকূলক এনে ভয়াতুৰা কৰি ৰখা হয় সেইজাতিৰ সতিসন্ততিসকল ভয়াতুৰ নহব যে ইয়াত কি ভুল আছে? বঙ্গদেশে এতিয়া তিৰোতাসকলক পাপত পৰিল যাতে হব নোৱাৰে তাৰ বাবে

অনেক চেষ্টা কৰি বিধবা-আশ্ৰম আৰু পতিতাসকলক উদ্ধাৰ কৰাৰ অৰ্থে Rescue home অৰ্থাৎ মুক্তিঘৰ ইত্যাদি আশ্ৰম পাতি স্ত্ৰী-জাতিৰ নৈতিক উন্নতি সাধন কৰিব ধৰিছে আৰু সেইসকলক শিল্প কাৰ্য্য আদি শিক্ষা দিব লাগিছে। আমি অসমীয়াই অলপ ঘুণলগা পালেই বিধবাবিলাকক হয় গুৱাহাটীৰ কুমাৰগাৱলৈ (?) পঠাও, নহয় জাহাজৰ খালাছি, বাগিছাৰ চাহাব বা আন ইতৰলোকক গ্ৰহণ কৰিবলৈ খেদাই দিওঁ, এনে অভিশাপগ্ৰস্থ দেশৰ কি উন্নতি হবৰ আশা আছে? তথাপি আমি কওঁ আমাৰ জাত আছে। নিজে উন্নতি কৰিব নোৱাৰা এলেহুৱা মানুহ বা জাতিয়ে পৰৰ উন্নতি সহিব নোৱাৰি, পৰৰ শ্ৰী কাতৰ হোৱা স্বভাৱসিদ্ধ—আমাৰ অসমীয়াৰ গাত এনে মাৰাত্মক দোষে লম্ভি পৰক একো কৰিব নোৱাৰি নিজ জাতিৰ অনিষ্ট সাধন কৰিছে! যেনেকৈ খঙে আনৰ অনিষ্টসাধন কৰিব নোৱাৰিলে নিজৰ অনিষ্ট সাধন কৰেই কৰে। অসমীয়াৰ এলেহুৱা স্বভাৱ কৰ্ম্মক্ষেত্ৰত উলিয়াই তাত আমাৰ জাতিক লগাব নোৱাৰিলে, পৰশ্ৰীকাতৰতা, হিংসা, দ্বেষ আদি কুগুণবিলাক কেতিয়াও নুগুচে। মুঠতে কবলৈ গলে আমাৰ অসমীয়া মানুহ বৰ ভয়াতুৰ। যি জাতি বৰ ভয়াতুৰ, সেইজাতিয়ে কেতিয়াও সঁচাক ধৰিব নোৱাৰে আৰু দেশ, সমাজ আদিৰ কেতিয়াও কুসংস্কাৰ গুচাবলৈ সাহ কৰিব নোৱাৰে। অসমীয়া এনে সাহ-পিত নথকা জাতি হোৱাৰ মূল কাৰণ টলকি চালে দেখা যায় যে, সেই দোষ আমাৰ নিজৰ গাতহে! কেচুৱাৰপৰা লৰা-ছোৱালীক পোনতে ভূতৰ ভয় দেখাই সাহসৰ গজালি নষ্ট কৰা হয়, তাৰ পিছত মাক-বাপেকৰ আহিয়ে সাহস আছি ভিতৰ সোমাব খুজিলেও খেদাই দিয়ে, ইয়াৰ পিছত বামুণ গোসাঁইসকলে কথাই কথাই জাত যোৱাৰ ভয়

দেখাই প্ৰায়শ্চিত্ত পাতে। আমাৰ দেশত অনেক স্মৃতিৰত্ন আছে। তেখেতসকলৰ জীৱিকাই হৈছে কাৰ গাত কোনে থু পেলালে তাৰ বাবে ধনকড়ি লৈ মানুহক পৰাচিত কৰিবলৈ বিচাৰি ফুৰা। আমাৰ অনেক গণ্ডপমৰা মানুহ আছে, যাক দেউতা নুবুলিলে সাধাৰণ মানুহক মুখেৰে নামাতে। আজি ৫০।৬০ বছৰ পূৰ্ব্বে ওচৰচুবুৰীয়া আৰু গাঁওৰ সাধাৰণ মানুহেও বৰুৱাৰ ঘৰৰেই হওক বা ফুকনৰ ঘৰৰেই হওক, সকলে ডাঙৰক ককাইদেও, খুৰা, আতা, আপ, তাৰৈ এনেবিলাক সম্বন্ধ ধৰি মাতবোল কৰাৰ প্ৰথা আছিল, আনকি ঘৰৰ চাকৰবিলাকেও ডাঙৰীয়া সকলক ককাইদেউ, বাপা এনেবিলাক সম্বন্ধ ধৰি মাতবোল কৰাৰ প্ৰথা আছিল, তেতিয়া ডাঙৰ সৰুৰ ভিতৰত প্ৰেম-প্ৰীতিৰ বান্ধ যেনে আছিল আজিকালি তেনে নাই, ইয়াৰ কাৰণ অনেক ছৰকাৰী কামত নিযুক্ত হৈ, অলপমান ক্ষমতা যি পায় তাক দুৰ্ব্বল সাধাৰণ মানুহৰ ওপৰত অপব্যৱহাৰ কৰি সিহঁতৰ সময়ে সময়ে অনিষ্ট সাধন কৰাৰ দ্বাৰাই মানুহৰ সাহপিত কম কৰি পেলাইছে। ৰাস্তাৰ মহৰিৰপৰা মৌজাদাৰ পৰ্য্যন্ত প্ৰায় অনেকে আজিকালি বৰুৱা ফুকন হৈ পৰিল। সেইসকলৰ ওচৰত সাধাৰণ মানুহে সদায় মূৰ দোঁৱাই থাকি দেউতা বুলি সম্বোধন নকৰিলে, হয় কাৰো গাত ঘঁাহৰ টেক্স মিছাতে লগাই ধন ভৰাব নহয় অইন কিবা অনিষ্টকে কৰিব। দেউতা বুলি সম্বোধন কৰি দৰাচলপক্ষে মাতিব পায়। কিন্তু এনে সম্বোধন কেনে জনক কৰিব লাগে? যিজন ঋষিতুল্য, পৰোপকাৰী, স্বদেশপ্ৰেমিক পৰৰ হিত সাধন কৰা যাৰ জীৱনৰ থাই ব্ৰত, তেনে মহাত্মালোকক অৰ্থাৎ যি দেৱতুল্য প্ৰকৃতিৰ। ইয়াৰ বাহিৰে অত্যাচাৰী, অপকাৰী, অহঙ্কাৰী, ক্ষমতাৰ অপব্যৱহাৰ কৰা, তেনে মানুহক, বাইজসকল!

দেউতা বা দেৱতা বুলি কেতিয়াও মাতিব নেপায়। মাতিলে তেনে গুণৰ মানুহক অহঙ্কাৰৰ প্ৰশ্ৰয় দিয়া হয়। অহঙ্কাৰ হিমালয় পৰ্ব্বতৰ সমান ওখ হলেও তাক কেছুমটাৰ তুল্য দেখিবা। এটাইতকৈ বয়স্থক ককাইদেউ, খুড়াদেউ এনেবিলাক মাত দি মাতিলে একেবাৰে মৰম স্নেহৰ ভিতৰ সোমোৱা হয়। ইয়াৰ বাহিৰে তোমাক আনে যিদৰে ব্যৱহাৰ কৰে তুমিও সেইদৰে কৰিবা। কেতিয়াও নিজৰ মান নষ্ট নকৰিবা। আমাৰ মানুহক ভয়াতুৰ কৰাৰ মূল কাৰণ আমি ভদ্ৰলোক বোলোৱা বিলাকেইহে। চাহাববিলাকৰ দৰে অতি সুন্দৰ মানুহ পৃথিবীৰ আন জাতিত প্ৰায় কম। কিন্তু ছাহাববিলাকৰ উত্তম স্বভাৱক আমিহে ভৰিত তেল দি খোছামোদ কৰি অসংখ্যবাৰ চেলাম থুকি নষ্ট কৰিছোঁ। আমাৰ যেনে নীহ স্বভাৱ, তেখেতসকলৰ স্বভাৱকো আমি তেনে কৰি পেলাওঁ। এই কাৰণে দুখৰ কথা, ইয়াত থকা ইংৰাজবিলাকে আমাৰ স্বভাৱ ধৰি নীচ হৈ পৰিল। আমি চাকৰটিক চৰটি মাৰিহে হুকুম দিওঁ আৰু সক তৰপৰ মানুহক কথাই কথাই গালি-শপনিৰে ধমক দিওঁ। ইয়াকে দেখি চাহাববিলাকেও কুকুৰ চাই টাঙোন দিয়ে। কিন্তু বিলাতত মনিবে তেওঁৰ চাকৰটিক আপুনি অনুগ্ৰহকৈ পানী এগিলাচ আনি দিয়ক বুলিহে কয়! এই বিলাক কথা গমি চাই হে ৰাইজসকল! আমি হে উদাৰ স্বভাৱী ইংৰাজজাতিক আমাৰ কু-স্বভাৱখিনি শিকাইছো, এই কাৰণে আমি তেওঁবিলাকক দোষ দিব নোৱাৰোঁ। উচ্চমনা ইংৰাজ জাতিৰ হাতত আমি নথকাহেতেন, আমি যে আৰু কি হলোঁহেতেন, কি কৰিলোঁহেতেন তাক ভাবিবৰ সাধ্য নাই। স্বায়ত্ত-শাসন বা "হোমৰুল" আমাক লাগে যে ঠিক কথা, কিন্তু আমি আমাৰ কু-স্বভাৱবিলাক মুণ্ডচালে এনে উদাৰ শাসন-নীতিৰ যোগ্য হব নোৱাৰোঁ, আৰু

হবলৈকো আশা কৰিব নোৱাৰোঁ। যিহেতু আমি নিজে ধৰ্ম্মহীন জাতি। নৰৰূপী নাৰায়ণ! নাৰায়ণে মানুহৰ দেহ-ঘৰটিত বাস কৰে। আমি নিজৰ মানুহক প্ৰেম-চকুৰে নেচাই বহু পুৰুষৰেপৰা হৃদয়ত পোহা ঘিণ-অহঙ্কাৰেৰে আমি মানুহ হৈ মানুহ-ব্যৱহাৰ কৰি থাকিলে আমাক মানুহৰ ধৰ্ম্ম পালন কৰা নোবোলে। হৰিভক্তি বাহিৰত দেখোৱা বস্তু নহয়, ই ভিতৰত থকা পৱিত্ৰ বস্তু। যাৰ হৃদয়ত প্ৰেম নাই, আৰু যাৰ হৃদয় কপটেৰে ভৰা, তেওঁ কিহৰ হৰি ভক্ত! মুঠতে দেখিবলৈ গলে যি জাতিয়ে ন্যায়ক থুজিবলৈ সাহ কৰিব নোৱাৰে, যি সত্যৰ নিমিত্তে প্ৰাণ দিবলৈ সাহ কৰিব নোৱাৰে, সেই জাতিয়ে বৰ্ত্তমান পৃথিবীৰ উন্নতি জখলাত কি সাধ্য উঠিব পাৰে? আমি এনে জাতি, আমাক কিছুমান অজাতি মানুহে যি স্থলত ভাত বা ভাতৰ পোতনি নাইবা মুখৰ থুই হাতত সানি গৱৰ্ণমেণ্টে ৰক্ষা নকৰা-হেতেন, সহজে জাত মৰাৰ ভয় দেখাই আমাৰ ছোৱালী-বোৱাৰী-বিলাকক কাঢ়ি লৈ যাব পাৰে, এনে পক্ষে ভাত, ভাতৰ পোতনি আৰু মুখৰ থুই যি ঠাইত "মেছিল গল" "উৰা কলৰপৰা" পেলোৱা বোমাতকৈ মহা অস্ত্ৰ; এনে ভয়াতুৰ জাতিয়ে কেতিয়াবা ধৰ্ম্ম ৰক্ষাৰ অৰ্থে প্ৰাণ দিব যে পাৰিব অসম্ভৱ কথা!! জাতিক এনে ভয়াতুৰ কৰিলে কিহে? গোসাঁই-বামুণসকলে জাত ষোৱাৰ উচিনাকৈ ধন ভৰাই পৰাচিত কৰা। পাপকাৰ্য্য কৰিলে বা পৰৰ অপকাৰ কিম্বা ন্যায়তঃ দোষ কৰিলে প্ৰায়চিত্ত দণ্ড যে বিহিব নালাগে মই তেনে কথা কোৱা নাই কিন্তু যিবিলাক কাৰ্য্য কৰিলে দেশ, সমাজ আৰু মান ৰক্ষা হয় তাৰ বাবে কিয় প্ৰায়শ্চিত্ত কৰা হয়। ইউ-ৰোপলৈ শিক্ষাৰ অৰ্থে বা দেশৰ কথালৈ দেশৰ উপকাৰ অৰ্থে কোনো যুৱক গলে, পুনৰ তেওঁ উলটি আহিলে তেওঁক কি

অপৰাধ কৰিলে যে তাৰ বাবে তেওঁক পৰাচিত হৰলৈ বিধান দিয়া হয়। আমাৰ সমাজ এতিয়া এনে উদাৰ হব লাগিব যে কোনো যুবকে বিলাতী মেম বিয়া কৰি আনিলেও যেন তেওঁক সমাজৰ পৰা বাহিৰ কৰি দিয়া নহয় কিন্তু মেমজনীক হিন্দু-শাস্ত্ৰ মতে বিয়া কৰিব লাগিব আৰু হিন্দুধৰ্ম্মী কৰি আমাৰ সৰ্ব্ব শাস্ত্ৰজ্ঞ বেদজ্ঞ শুদ্ধচাৰী গোসাঁই-গুৰুৰ ওচৰত ধৰ্ম্ম উপদেশ দিয়াৰ অৰ্থে দীক্ষিতা কৰিব লাগিব। আমাৰ হিন্দু ধৰ্ম্মক সনাতন ধৰ্ম্ম বোলাৰ অৰ্থ এই যে এই ধৰ্ম্মে সকলো ধৰ্ম্মৰ সকলো সম্প্ৰদায়ৰ মানবজাতিক একোটি সত্য ধৰ্ম্মলৈ যোৱাৰ বাট দেখাব পাৰে কিন্তু হিন্দু আৰ্য্য জাতিৰ এনে উদাৰ পৱিত্ৰ ধৰ্ম্মক আমি এতিয়া পদ্মপত্ৰ কচু পাতৰ পানীৰ দৰে অলপ কাটি হলেই তেনেই পৰিগৈ একো নথকাৰ দৰে পাতিছোঁ। যি হিন্দু ধৰ্ম্ম পৃথিবীৰ সকলো মানৱজাতিৰ ধৰ্ম্ম, যাৰ ভেটি বালিৰে বান্ধোৱা নহয় অথচ শিলৰ, সেই ধৰ্ম্মক আমি এতিয়া বালিৰ গৰাৰ দৰে পাতিছোঁ। আমি অন্য কোনো ধৰ্ম্মী মানুহক আমাৰ ধৰ্ম্মলৈ আনিব নোৱাৰোঁ, আমাৰ ধৰ্ম্মৰপৰা হলে অন্য ধৰ্ম্মে আমাৰ সংখ্যা বছৰি বছৰি কমাই আমাৰ মানুহক লৈ গৈ সেইসকলক আমাৰেই শত্ৰু পাতিব পাৰে। হায়, হায়! এনে-বিলাক কথা ভাবিলে চকুলো ওলায়। আমাক যেই সেই ধৰ্ম্মেই জাত মাৰিব পাৰে! মানুহ সত্যৰ সন্তান, মই বামুণ মোৰ বোপায় বামুণ, এইদৰে বামুণ বামুণ কৰি গৈ থাকোতে গোটেই গুৰিটিত ব্ৰহ্মা বা ব্ৰহ্ম ওলাই পৰেগৈ, তাৰ অৰ্থ ঈশ্বৰক আদি বোপাই পতা যায়। ঈশ্বৰৰ জাত কি তেনেহলে তেওঁৰ একো জাত নাইকিয়া যাদৰা * বুলিব লগাত পৰে। এতেকে মানুহৰ ধৰ্ম্ম, দয়া, ক্ষমা, প্ৰেম ভক্তিলৈ মানুহ থাকিলে তাৰ জাত একোৱে

মাৰিব নোৱাৰে। ধৰ্ম্ম একেটা বস্তু, আমি মাত্র নিজ স্বাৰ্থৰ নিমিত্তে ধৰ্ম্মক ডোখৰ ডোখৰকৈ ভাগ কৰি পৈলাইছোঁ। আচল আৰ্য্য ঋষিৰ সনাতন হিন্দুধৰ্ম্মে, ধৰ্ম্মক মুঠতে একেটা বস্তু পাতে। আন আন ধৰ্ম্মশাস্ত্র পঢ়িলে পোৱা যায় সেই সেই ধৰ্ম্ম গ্ৰহণ নকৰা মানুহে মুক্তি পাব নোৱাৰে। স্বৰ্গৰ দুৱাৰত খ্ৰীষ্টিয়ান বা মুছলমান নোহোৱা মানুহলৈ সদায় সঁচাৰ লগোৱা আছে, তাৰ চাবি সেই ধৰ্ম্ম গ্ৰহণ কৰা মানুহৰ হাতত। কিন্তু হিন্দু ধৰ্ম্ম এনে উদাৰ যে তেনে কথা কোনো শাস্ত্ৰত কোৱা নেদেখি। যেয়ে যি ভাবে হৰিক পূজা অৰ্চ্চনা কৰে সেই সেই ভাবেৰেই ভগবানে তাৰ পূজা গ্ৰহণ কৰে আৰু তাৰ মুক্তি বিধান কৰে। আজি তেনে উদাৰ হিন্দু ধৰ্ম্মক অজ্ঞানতা বশতঃ আমি অপব্যবহাৰ কৰিছোঁহঁক। মই যে জাতিভেদ নৰখাৰ সম্পৰ্কে বহুত কথা কৈছো, হে ৰাইজসকল আপোনাসকলে এনে ধাৰণা নকৰিব যে সদাচাৰ বা পৰিস্কাৰ পৰিচ্ছন্নতা নষ্ট কৰি যাৰে তাৰে হাতে ৰন্ধা বঢ়া অন্ন গ্ৰহণ কৰিবলৈ কৈছো আৰু যিহকে পোৱা যায় তাকে খাবলৈ কৈছোঁ। পৰিস্কাৰ পৰিচ্ছন্নতালৈ খোৱা লোৱাত মানুহ সদায় সাবধান থকা যুগুত ভগবান শ্ৰীকৃষ্ণই গীতাত কৈছে, “সাত্বিক ৰাজসিক আৰু তামসিক এই তিনিবিধ আহাৰ মানুহে নিজ নিজ অবস্থা আৰু স্বভাৱ অনুসৰি খাই জীয়াই থাকে। সাত্বিক আহাৰ নিৰামিষ। ৰাজসিক আহাৰ মাছ মঙহ ইত্যাদিৰ, তামসিক আহাৰ

* যাদৱা শব্দটিৰ মূল যদুশব্দ, যদুবংশ যাদৱা আছিল অৰ্থাৎ জাত নোহোৱা জাতি আছিল। কিয়নো যদুবংশ দ্ৰাবিড়ি জাতিৰ সৈতে এটি মিহলি জাতি। এই কাৰণে এই জাতিৰ ভিতৰত জাতিভেদ একেবাৰে নাছিল।

নিৰামিষ। ৰাজকীয় আহাৰ মাছ মঙহ ইত্যাদিৰ। তামসিক আহাৰ সাধাৰণ বস্তুৰ। জ্ঞানী সৰ্ব্ব শাস্ত্ৰদৰ্শী বামুণসকল হৈছে ধৰ্ম্মগুৰু, ব্যৱস্থা-কাৰক, আৰু জাতি সমাজৰ নিয়ামক। এই নিমিত্তে তেখেত সকলৰ সাত্বিক আহাৰ; যুজাৰু, ৰজা, জাতিৰক্ষক ক্ষত্ৰিয়ৰ ৰাজসিক আহাৰ, কোৰমৰা হালোৱা, বাণিজ্য ব্যৱসায় কৰা বৈশ্যবো একে। ভাৰবোৱা, মোটবি শোৱা, দাস কাম কৰা অজ্ঞান শূদ্ৰৰ তামসীক আহাৰ। কাৰো হাতে ৰন্ধা, বামুণে নোখোৱাৰ উদ্দেশ্য তেখেতসকলে নিৰামিশ আহাৰ খায়। ইয়াৰ বাহিৰে নিৰামিষ আৰু সামিষ আহাৰী সকলে প্ৰবৃত্তি জন্মিলে যাৰে তাতে খাওক তাত একো নিষেধ নাই আৰু তাৰ বাবে জাতো নেযায়। এয়ে হৈছে শাস্ত্ৰৰ মত। খোৱা শোৱাত জাত যোৱা সম্পৰ্কে মই আৰু বেচি কথা নকওঁ। কিয়নো জ্ঞানৰ বিজুলী বন্তি সকলোকে পোহৰ কৰাকৈ পূৰ্ব্বৰ আৰ্য্য ঋষি সকলৰ দৰে বা বৰ্ত্তমান য়ুৰোপ আদি সভ্যজগতৰ মানুহৰ দৰে আমি লগাবলৈ এই পৰ্য্যন্ত শিকা নাই। কিন্তু শিকিবৰ মন আছে গতিকে এতিয়া অলপ ঠাইত অলপ পোহৰ দিয়াকৈ "লেনটেন্" জ্বলাব শিকিছোঁ, এই কাৰণে গোটেই জাতিটিকে চেষ্টা কৰি যেতিয়াকৈ বিজুলী বাতি লগাই কৰিবলৈ শিকাব নোৱাৰি তেতিয়ালৈকে আমাৰ ৰাইজসকলে জ্ঞানৰ লঘু ভাৰখনিক লবলৈকেহে পোনতে অভ্যাস কৰোক। জাতিভেদ নাৰাখিবলৈ শিকোৱা পোনৰ লঘুভাৰ হৈছে, মানুহক মানুহে ঘিণ কৰিবলৈ কুঅভ্যাস এৰা, হৃদয়ত প্ৰেমক অৰ্থাৎ দয়া স্নেহক থানিকা দিয়া, আৰু কৰ্ম্মবীৰ, জ্ঞানবীৰ, ধৰ্ম্মবীৰ এনে দেশ প্ৰেমিকসকলে যাৰে হাতে, যতে তেখেতসকলৰ প্ৰবৃত্তি অনুসাৰে খাওক নাখাওক তাক আমাৰ বিচাৰ কৰিবৰ প্ৰয়োজন নাই, কাৰণ সেইসকলক আজি সমাজচ্যুত কৰিলে, জ্ঞানক বাদ দি

অজ্ঞানৰ লগত থকাৰ দ্বাৰাই আমি নৰপশু হৈহে থাকিব লাগিব। অগ্নিয়ে যেনেকৈ সমীধ অর্থাৎ কাষ্ঠ দাহন কৰে, জ্ঞানীসকলেও জ্ঞানাগ্নিৰ দ্বাৰা পূর্ব্বপ্রচলিত কুপ্রথাবিলাকক দাহন কৰে। এই কাৰণে আজিকালিৰ আমাৰ শিক্ষিতলোক আৰু যুবকসকলৰ আমি জাতৰ বতৰা নিয়া, তেখেতসকলে যোৱা বাটটি ন্যায়সঙ্গত দেখিলে তাক নিন্দা কৰা আমাৰ মূর্খতাৰ কার্য্য। বিশেষকৈ স্বদেশ-প্রেমিক পৰোপকাৰী আৰু দেশ সমাজ আৰু জাতিৰ শুধাৰক লোক সকলক আমি ঋষি ভাবি প্রমাণ কৰিম। তেখেতসকলে আমাৰ দৰে জাতৰ বিচাৰ ৰাখিব নোৱাৰে কাৰণ ঋষি হলেই যাদৰা হৈ পৰে। এতেকে যাদৰাৰ জাত জ্ঞানে পতা জাত। তেনে জাতক অর্থাৎ যাদৰাক আমি ঘিণ নকৰি আমাৰ লগত ৰাখিলেহে পিছে সেইসকলে আমাৰ ভিতৰত বিজুলী-বত্তি লগাই পোহৰ দি সকলোৰেই অজ্ঞানতাৰূপ অন্ধকাৰ গুছাব পাৰিব। যাদৰাক আমি ঘিণ কৰা উচিত নহয় কিন্তু অধবাক হলে সকলোৰে ঘিণ কৰা উচিত এনেবিলাক মানুহকেই অধবা বোলে যিসকলে জাতি সমাজ আৰু দেশৰ দ্রোহ চিন্তা কৰে; যিসকলে ইটিয়ে সিটিক টুটকীয়া লগাই আমাৰ ভিতৰত একতা থাকিব দিব নোখোজে! এনেবিলাক মানুহকেই অধবা বোলে, যিসকলে ধর্ম্মাধর্ম্ম বিচাৰ নকৰি নিজ স্বার্থসিদ্ধিৰ কাৰণে স্বজাতি-স্বদেশৰ অনিষ্ট কৰে। এনেবিলাক মানুহেই অধবা যি মিছা কথা, মিছা সাক্ষী কয় আৰু মিছা মোকর্দ্দমা কৰে। অধবা স্বভাৱৰ মানুহ নানা বিধ—লেতেৰা-পেতেৰা হৈ থকা আৰু খোৱাকো অধবা বোলে। যাইকৈ চুৰ কৰি ডকা দি ফাটেক খটা মানুহক অতিকৈ অধবা কয়। যাৰ স্বভাৱ সদায় মদ-বেশ্যাত ৰত থাকে এনে নানা বিধৰ অধবা মানুহক আমাৰ সমাজে জাত-

যোৱা মানুহ বুলি গণ্য নকৰি দেখা যায় আন জাতৰ ভালস্বভাৱী মানুহ ঘৰ সোমালে আৰু তেওঁ চোৱা পানী খালে জাত যোৱা পাতে। এনে অজ্ঞান জাতি যি দেশত থাকে তাৰ শাৰীৰিক, মানসিক আৰু ধৰ্ম্মৰ উন্নতি হোৱা অসম্ভৱ কথা। আগতে ৰাইজ সকলৰ ভিতৰৰ কিছুমানে কোৱা শুনিছিলো যে এতিয়া কলিযুগ হৈ সবে একাকাৰ হৈ জাত যোৱাৰ দিন আহিছে আৰু কলিযুগৰ ধৰ্ম্ম সত্যযুগৰ ধৰ্ম্মৰে সৈতে কেনেকৈ একে হ্ব পাৰে। এই কথাৰ উত্তৰত মই কওঁ সচাকৈয়ে আজিকালি আমালৈ কলিযুগ, কাৰণ পৃথিবীত যিজাতি অজ্ঞানী, কুসংস্কাৰপূৰ্ণ, ধৰ্ম্মাধৰ্ম্মৰ বিচাৰ নাই, যিজাতিৰ ভিতৰত দয়া-মায়া লেশমাত্ৰ নাই, যিজাতিৰ ভিতৰত কাৰো সৈতে মিল নাই, যিজাতিয়ে সত্যক গ্ৰহণ কৰি তাৰ পূজা কৰিবলৈ সাহ কৰিব নোৱাৰে আৰু যাৰ ভীৰুতা-কাপুৰুষতাই গুণ, তেনে জাতিকেই কলিয়ে পোৱা জাতি বোলে। এনে কলিয়ে পোৱা জাতিৰেই ঘিণৰ বান্ধ টান আৰু ঘৰে ঘৰে জাতিভেদ নানা তৰহৰ মিছা ধৰ্ম্মৰ বিশ্বাস। একাকাৰ হবৰ হলে তেতিয়া জানিবা সেই জাতিলৈ সত্যযুগ অহাৰ বিলম্ব নাই, কিয়নো কোনো এটি জাতিৰ হৃদয়ত প্ৰেমে থানিকা পাতি দয়া, ক্ষমা, প্ৰেম, ভক্তিৰ সোঁত বোৱাব পাৰে, সেই জাতি মানুহ এক-মন, এক-প্ৰাণ হৈ ভাতৃভাৱত আবদ্ধ হয়, তেতিয়া সেই জাতি মানুহে ন্যায়-ধৰ্ম্ম ৰক্ষাৰ অৰ্থে সাহসী হৈ স্বাধীন হৈ পৰে। তেতিয়া জ্ঞানৰূপ বিজুলী-বত্তিয়ে গোটেই জাতিটিকে পোহৰাই পেলায়। এনে স্বৰ্গীয় অৱস্থা যেতিয়া কোনো এটি জাতিলৈ আহে তাকেই সত্যযুগ বোলে। তেতিয়া সেই জাতিয়েই সাম্য, মৈত্ৰী, স্বাধীনতা আৰু সৎসাহসিকতা এই চাৰিখন ধৰ্ম্মৰ ঠেং পায়। এই কথাকেই সত্য যুগত ধৰ্ম্মৰ চতুষ্পদ থকা বোলে। কলিকালত ধৰ্ম্মৰ

এখন ভৰি থকা বুলি কয়, কিন্তু আমাৰ আসাম দেশত অসমীয়া জাতিলৈ এই ঘোৰ কলিকালত ধৰ্ম্মৰ এখনো ঠেং নাই যেন দেখি। প্ৰায় অৰ্দ্ধ শতাব্দীৰ আগেয়ে অসমীয়া মানুহৰ গাত আন দোষ থাকিলেও অসমীয়াই মিছা কথা কোৱাৰ অভ্যাস নাছিল আৰু মিছা মোকৰ্দ্দমা নকৰিছিল, ধন ধাৰ কৰিলেও আসৈ নামাতিছিল, এতিয়া অসমীয়াই মিছা কথা কোৱা সৰহ ভাগ দেখিবা আৰু মিছাই সঁচাই কেৱল মানুহবিলাকে হিংসা-খিয়াল লগাই গাৰ ছাল-বাকলি বেচিও মোকৰ্দ্দমা কৰাকেহে পাবা। এইবিলাক দোষ দেশত আৰু সমাজত আগৰদৰে জ্ঞানী মূৰুব্বী মানুহ থকাৰ অভাৱ নহয়নে? আনপিনে চালে এনে স্বভাৱ সলনি হোৱাৰ মূল কাৰণ, শিক্ষাবিস্তাৰৰ, লগে লগে আমাৰ মানুহে সময়ৰ উপযোগী আমাৰ জাতিৰ ভিতৰত, আন আন প্ৰদেশৰ দৰে আদৰ্শ নেতা এতিয়ালৈকে কাকো দেখা পোৱা নাই। আগৰ আদৰ্শৰ সলনিত এতিয়া নতুন আদৰ্শ আমাৰ মানুহে দেখিবলৈ পোৱা নাই। বামুণ, পণ্ডিত, গোসাঁই, মহন্তসকলৰ পুৰণি আদৰ্শে আগেয়ে যিটি বাট দেখাইছিল, এতিয়া নতুন জ্ঞানে সেই পুৰণি বাটক পোন বাট বুলি নকয়। পুৰণি আলিটিৰ য'ত য'ত বোকা আৰু বেকা আছে তাত নতুন মাটি তুলি নকৈ আলি বান্ধি বেকাকো পোনাব লাগে আৰু তাৰ বোকা গুছাই তাক ভালকৈ লব লাগে। এয়ে নহলে অসমীয়া জাতিৰ উন্নতি নাই। আগেয়ে গোসাঁই বামুণসকলে শিষ্যবিলাকৰ গুৰু হৈ নিজক ঈশ্বৰতুল্য মহাজ্ঞানী ভাবি শিষ্যবিলাকক গোলাম বা দাসৰ দৰে দেখিছিল আৰু শিষ্যসকলেও গোসাঁই বামুণসকলক ঈশ্বৰ জ্ঞান কৰি তেখেতসকলকেই মুক্তিদাতা "পোপ" বুলি জ্ঞান কৰিছিল। সেই সময়ত গোসাঁই বামুণসকলৰ অনেক সত্ৰত অনেক শাস্ত্ৰজ্ঞ পণ্ডিতো আছিল, কিন্তু

আজিকালি এপিনে যেনেকৈ গোসাঁই বামুণসকলে আগৰ একেটি খোজতে থকাৰ কাৰণে, দিন দিন অজ্ঞানী মূৰ্খ হৈ যাব ধৰিছে, আনপিনে শিষ্যৰ লৰা-ছোৱালীবিলাকে বৰ্ত্তমান যুগৰ পোহৰলৈ ওলাই দিনৌ নতুন জ্ঞান শিকিব ধৰিছে, এনে অৱস্থাত শিষ্য দিন দিন বেছি শিক্ষিত আৰু বেছি জ্ঞানী হৈ আহিছে। এই কাৰণে নতুন যুগৰ জ্ঞান নোপোৱা গুৰুৱে শিষ্যক জ্ঞান ধৰ্ম্ম বাট দেখুৱা অসম্ভৱ হৈ উঠিছে। শিষ্যক এগুণ জ্ঞান দিবলৈ শিষ্যতকৈ গুৰুৰ দহগুণ জ্ঞান যদি নহয় তেনেহলে আজিকালিৰ জ্ঞানৰ পোহৰলৈ ওলোৱা লৰা ছোৱালীবিলাকক গুৰুৱে শিষ্য কৰি তেওঁত ভক্তি জন্মাবও নোৱাৰে আৰু সুপথলৈ নিবৰ চেষ্টাও কৰিব নোৱাৰে। কিয়নো এতিয়া আগৰ পুৰণি শিক্ষাৰ লগত পৃথিবীৰ আন আন সভ্য জাতিৰ উদাৰ ভাব, নানা জাতিৰ ধৰ্ম্ম শাস্ত্ৰৰ মত হিন্দু ধৰ্ম্ম শাস্ত্ৰৰে মিলাই চোৱা লৰাবিলাকে জানিব পাৰিছে যে, গুৰু মুক্তিদাতা নহয়, কেৱল সু-বাট দেখাওঁতা শিক্ষক মাথোন। এনে শিক্ষকেই পূৰ্ব্বে পুৰোহিত থাকি নিজৰ স্বাৰ্থসিদ্ধিৰ অৰ্থে সৰ্ব্বসাধাৰণক আন্ধাৰত পেলাই ৰাখিছিল, সেই পদবীকে পৈত্ৰিক সম্পত্তিৰ দৰে পাতি সকলোকে ফাঁকি দি খাই আছিল, আৰু এতিয়াও খাই আছে। গুৰুৰ ঘৰৰ লৰা হলেই ঘোৰ মূৰ্খই হওক তেওঁকহে গুৰু মানিব পায়। আন মহাজ্ঞানী শিক্ষিত মানুহ হলেও তেওঁক গুৰু মানিলে গুৰু এৰি ভক্তি কৰা মহাপাপ হয়। এতিয়া আৰু সেই দিন নাই। হে গোসাঁই, বামুণ, মহন্তসকল! সান্দহ খোৱা ৰাঁলি তল গ'ল। যদি আপোনাসকলে এতিয়া পূৰ্ব্বৰ কু-সংস্কাৰ আৰু স্বাৰ্থমতবিলাকক সংশোধন কৰি আধুনিক উদাৰ মত শাস্ত্ৰৰ মতেৰে সৈতে মিলাই নতুন ব্যৱস্থা নতুন স্মৃতি নেবান্ধে তেনেহলে হিন্দুজাতিৰ উচ্ছন যোৱা পতনৰ

লগে লগে আপোনালোক নির্ম্মূল হব যে তাক মই দঢ়াই দঢ়াই কওঁ।

বঙ্গদেশৰ হিন্দু আচাৰ ব্যৱহাৰ আমাক কেলৈ লাগে? "যত্রদেশে যদাচাৰঃ পৰম্পৰা বিধীয়তে" কথাটি শাস্ত্র-সম্মত। বঙ্গদেশৰ স্মৃতি অধ্যাপক ৰঘুনন্দন ভট্টাচার্য্য সেই পঞ্চদশ শতিকাৰ মানুহ! তেওঁৰ বিধানমতে আমি স্মাৰ্ত্ত মত লৈ চলাৰ প্ৰয়োজন কি? এতিয়া সেই দেশৰ শিক্ষিতসকলে বুজিব পাৰিছে যে ৰঘুনন্দনেই বঙ্গদেশৰ সৰ্ব্বনাশ কৰি গ'ল। ৰঘুনন্দনে সমাজৰ কঠিন বন্ধন কৰাৰ কাৰণে হিন্দুৰ সংখ্যা কমি অনেক মুছলমান হ'ল। পিছে ইংৰাজৰাজত্বৰ প্ৰথম অৱস্থাত অনেক হিন্দু সন্তান খ্ৰীষ্টিয়ান হৈ গ'ল। বঙ্গদেশে এই সময়ত খ্ৰীষ্টান হবলৈ যেনেটি কোব লৈছিল, সেই কোবে এতিয়ালৈ থকাহেঁতেন ব্ৰাহ্মণ পুৰোহিতৰ অত্যাচাৰ সহিব নোৱাৰি গোটেই বঙ্গদেশ খ্ৰীষ্টান হৈ পৰিলহেঁতেন। কিন্তু ভাগ্যে ৰাজা ৰামমোহন ৰায় ক্ষণজন্মা পুৰুষে সেই সোঁতটি বন্ধ কৰিলে। আজিকালি ৰঘুনন্দনৰ সমাজ-বান্ধনি বঙ্গদেশত ক্ৰমে ঢিলা হৈ পৰিল। আসামৰ সমাজৰ বান্ধ আগৰ পৰায়ে ঢিলা আছিল, তেনে নোহোৱাহেঁতেন শঙ্কৰদেৱে কায়স্থ হৈ উদাৰ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিব নোৱাৰিলেহেঁতেন। আসামৰ অতীজৰ বামুণসকলে এই দশৰ আচাৰ ব্যৱহাৰ লৈ চলিছিল। শঙ্কৰদেৱৰ আগেয়ে এই দেশত বৈষ্ণৱ ধৰ্ম্মও আছিল কিন্তু মধ্যযুগত বঙ্গদেশৰ কিছুমান বামুণে আহি ইয়াত বসতি কৰি ৰঘুনন্দনৰ মত চলালে আৰু নতুণ বামুণে পুৰণি বামুণক ঘিণ কৰিব ধৰিলে, এই কাৰণে আজিলৈকে বামুণে বামুণৰ হাতে ভাত নেখায়। (আসামৰো ৰঘুনন্দনৰ ব্যৱস্থাৰ বান্ধে বামুণৰ প্ৰাধান্যতা বঢ়ালেহেঁতেন, ইতিমধ্যে যদি শঙ্কৰদেৱৰ উদাৰ বৈষ্ণৱ ধৰ্ম্মে কায়স্থ কলিতা সকলোকে স্বহস্ত

পাতি সত্ৰৰ সৃষ্টি নকৰিলেহেঁতেন)। সত্ৰবিলাক প্ৰকৃতপক্ষে ধৰ্ম্ম-শিক্ষালয়, তাৰ ভাব এই আছিল যে জাতি অজাতি বিচাৰ নকৰি সকলোকে পোনতে ধৰ্ম্ম শিক্ষা দি গুৰু, গোসাঁই মহন্তে শিষ্যক শৰণীয়া কৰি বৈষ্ণব ধৰ্ম্মৰ দীক্ষা দিব। যিটি মানুহক গুৰুৱে ধৰ্ম্মমতে দীক্ষা দিব তেওঁ দীক্ষা লব্ব উপযুক্ত হৈছেনে নাই তাক গুৰুৱে এবাৰ নহয় দুবাৰ নহয় তিনিবাৰতকৈও বহু সময় দি পৰীক্ষা কৰিব। যেতিয়া দীক্ষিত হব খোজা মানুহ জনে ধৰ্ম্ম বুজি দীক্ষা লবলৈ বৰকৈ কাওবাও কৰিব ধৰিব, তেতিয়াহে গুৰুৱে তেওঁক শিষ্য কৰি লয়। এই কথাৰ মূল কাৰণ এই যে শিষ্যটি যেই জাতৰেই হক নহক সি গুৰুমুখীয়া হলেই তাক গুৰুৰ জাতলৈ তোলা হয় আৰু সেই দিনৰ পৰা গুৰু শিষ্যৰ সম্বন্ধ শ্ৰীকৃষ্ণ অৰ্জ্জুনৰ দৰে সখিত্ব সম্বন্ধ হৈ পৰে, তেতিয়া গুৰুৱে ভক্ত শিষ্যৰে সৈতে জাতিভেদ ৰাখিব নেপায়। আৰ্য্য ঋষিসকলে হিন্দুজাতিৰ পৃথিবীব্যাপি প্ৰচণ্ড প্ৰতাপ থকা সময়ত, এই মতকেই ধৰি আজি-কালি খ্ৰীষ্টিয়ান পাদৰীয়ে আৰু মুছলমান ৰাজত্বৰ সময়ত মোল্লাসকলে সকলো জাত আৰু জাতিৰ মানুহক নিজ নিজ ধৰ্ম্ম দীক্ষা দি যেনেকৈ নিজ নিজ জাতৰ মানুহ পাতে, সমস্ত অনাৰ্য্য জাতিকো তেনে কৰিছিল। কিন্তু আমি হ'লে এতিয়া ধৰ্ম্ম কি তাক নাজানো, কেবল ধৰ্ম্মৰ দোহাই দি মাৰাত্মক জাতিভেদৰ বান্ধ টানকৈ বান্ধি আমাৰ মানুহক ঘৃণা, বিদ্বেষ আৰু অহঙ্কাৰ আদি দোষবিলাক শিক্ষা দিছোঁ। এইবিলাক কথা কৈ ঔ-গুৰি সত্ৰৰ সত্ৰাধিকাৰ জনে চকুলো টুকি টুকি উলটি চিঞৰ মাৰি কলে, "হে গোসাঁই বামুণ মহন্তসকল! আপানালোকৰ পাৱৰ ধূলা লৈ প্ৰাৰ্থনা কৰোঁ সকলোৱে এক হৈ নতুন যুগৰ নতুন বিধান বান্ধি আমা-লোকে নিজক আৰু জাতিক জ্ঞানৰ উন্নতিলৈ নিবৰ চেষ্টা সোণকালে

কৰিবৰ চেষ্টা কৰোঁহক ; তাকে নকৰিলে আমাৰ ধ্বংস অনিবাৰ্য্য !” অধিকাৰ গোসাঁইজনে এনেবিলাক কথা কৈ যেতিয়া এই সামৰণিটি মাৰি ৰহিল, তেতিয়া বঙ্গদেশৰ পৰা অহা সচ্চিদানন্দ স্বামীয়ে স্কুল আৰু কলেজৰ ছাত্রসকলৰ মাজৰ পৰা উঠি কবলৈ ধৰিলে। এখেতে হিন্দুধৰ্ম্মৰ উদ্ধাৰৰ কাৰণে দেশে দেশে নগৰে নগৰে বক্তৃতা দি ফুৰে। তেখেতে বঙ্গভাষাৰে এই সমাজত যি বক্তৃতা দিছিল তাক মই অসমীয়াকৈ লিখিলোঁ। “ভ্রাতৃসকল আৰু গণ্যমান্য সুধীগণ ! মই ভাৰতবৰ্ষৰ অনেক তীর্থ পর্য্যটন কৰিছোঁ আৰু অনেক সাধু ভক্তৰ মুখৰ কথা শুনিছো। আমাৰ হিন্দুজাতিৰ বৰ্ত্তমান অধঃপতনৰ মূল কাৰণ আমালোক ধৰ্ম্মহীন, আচাৰহীন আৰু ক্রিয়াকলাপহীন হৈ পৰিছোঁ। ব্রাহ্মণসকলে ত্রিসন্ধ্যা নকৰে আৰু হোম যজ্ঞ পূজা পাৰ্ব্বন একো নকৰে। পূৰ্ব্বে ঋষিসকল অতিশয় সদাচাৰী নৈষ্ঠিক আছিল, কিন্তু বৰ্ত্তমান ইংৰাজী শিক্ষাই যাক মূলত আৰ্য্য ধৰ্ম্ম নথকা শিক্ষা বোলে, ভাৰতৰ যুৱকসকলক বিধৰ্ম্মী কৰি শিক্ষা দি তুলিছে, এই কাৰণে দেশে দেশে জাতিভেদ শিথিল হৈ ম্লেচ্ছ-ব্যৱহাৰ ম্লেচ্ছ-পোছাক এইবিলাকে যে, অকল দেশকে অনাচাৰী কৰি তুলিছে এনে নহয় তাৰ লগে লগে ভাৰতীয় যুৱকসকলক নিজ ধৰ্ম্মলৈ পিঠি দিয়া পাতিছে। এতিয়া কলিযুগ, এই যুগত হিন্দুসন্তান যে অনাচাৰী হৈ উঠিব তাত বিচিত্র কি ? ব্রাহ্মণ ব্রহ্মাৰ মুখৰ পৰা বাজ হৈছে, বাহুৰ পৰা ক্ষত্রিয়, উৰুৰ পৰা বৈশ্য আৰু চৰণৰ পৰা শূদ্ৰ—এই চতুৰ্ব্বৰ্ণ ভগৱানৰ বিধান। এই বিধান ভঙ্গ কৰিলে হিন্দুৰ অস্তিত্ব লোপ পাব। জাতিভেদ প্রাকৃতিক। দেখা যায় ধানবো আহু শালি আছে, জন্তুবো গৰু ম’হ ঘোৰা ইত্যাদি আছে আৰু বৃক্ষ লতা গুল্ম সকলোৰে একে পত্র ফুল ফল নহয়, প্ৰত্যেকে ভিন্ ভিন্—সেইদৰে মানুহো পৃথক পৃথক। হিন্দুসন্তানসকল বিশেষকৈ

বামুণ ক্ষত্রিয় বৈশ্য দেৱতাৰ সন্তান! হিন্দু ধৰ্ম্ম পবিত্র; যাৰ বেদ উপনিষদ আৰু বেদান্ত আদি দৰ্শন শাস্ত্ৰতকৈ পৃথিবীৰ কোনো জাতিৰে বিশুদ্ধ শাস্ত্ৰ নাই। এনে শাস্ত্ৰক অৱহেলা কৰি বৰ্ত্তমান হিন্দু যুৱকসকলে ম্লেছ-শাস্ত্ৰ পঢ়ি কেৱল বিধৰ্ম্মীহে হৈছে। যিদেশৰ মানুহে সংসাৰক মায়া ভাবি, মিছা পাতি আৰু অসাৰ মনত কৰি কেৱল আধ্যাত্মিক হিচাপত দিন কটাইছিল, যিদেশৰ মানুহে বিলা-সিতা কিহক বোলে বুজ নেপাইছিল আজি সেই দেশৰ মানুহেই বিলা-সিতাৰ যেন ক্ৰীতদাস হৈ পৰিল। যিদেশত তপস্বী-সাধুসকলে নিজ নিজ অলৌকিক কাৰ্য্যপ্ৰভাৱেৰে সমাজপূজ্য আছিল, তেনে সাধু আজি এটিও নাই, যেহেতুকে আজিৰ মানুহে যোগ-বিদ্যা যে কিহক বোলে তাৰ তত্বকে নেপায়। যোগবল দ্বাৰা পূৰ্ব্বে অসাধ্য কাৰ্য্য সাধিত হৈছিল আৰু এতিয়াও হ'ব লাগিছে। হিন্দুযুৱকসকলে বৰ্ত্তমান সংসাৰধৰ্ম্ম পৰিত্যাগ কৰি যদি যোগ অভ্যাস কৰে, তেনে-হলে এই ভাৰত আকৌ সোণৰ ভাৰত হৈ পৰিব। হিন্দুৰ নৈষ্ঠিক আচাৰ-ব্যৱহাৰ পৰিবৰ্ত্তনেই ভাৰতৰ আৰ্য্যজাতিৰ পতনৰ মূল কাৰণ। হিন্দুআচাৰ ভ্ৰষ্ট হোৱাৰ কাৰণেই হিন্দুৰ পতন হ'ল। শাস্ত্ৰত বিধবা বিবাহ একেবাৰে নিষেধ কিন্তু বৰ্ত্তমানত তাক চলাব খোজে আৰু কোনো কোনো ঠাইত চলাইছেও। পূৰ্ব্বে স্বামীৰ সহগামিনী হৈ তিৰুতা সতী হোৱাৰ প্ৰথা আছিল, এতিয়া সেই প্ৰথা উঠি যোৱাৰ কাৰণে প্ৰায় অনেক স্ত্ৰীলোকৰ স্বামীৰ প্ৰতি ভক্তিহীনা হৈ পৰিল আৰু অনেক তিৰুতা ব্যভিচাৰিণী হ'ল। আধুনিক স্ত্ৰীশিক্ষা দিয়াৰ অৰ্থ হৈছে তিৰুতাবিলাকক বিলাসিতা শিক্ষা দিয়া। এতেকে এই প্ৰকাৰৰ স্ত্ৰীশিক্ষা দিয়াতকৈ সিহঁতক একেবাৰে নিৰক্ষৰ ৰখায়ে শ্ৰেষ্ঠ। হিন্দুজাতিৰ স্ত্ৰীবিলাক চিৰকালেই অন্তঃপুৰ-বাসিনী; এনে পবিত্ৰা স্ত্ৰী

জাতিক আজিকালি অনেক নব্য শিক্ষিতে বাহিৰ উলিয়াই হিন্দু মহিলা [illegible]কলক পাশ্চত্য দেশৰ ধৰণেৰে পাশ্চাত্য মহিলাৰ নিচিনাকৈ তুলিছে আৰু লগে লগে হিন্দুজাতিক ক্ৰমে অধঃপতনলৈ নিছে। হিন্দু স্ত্ৰী-সকলে হিন্দুৰ নৈষ্ঠিক আচাৰ-ব্যৱহাৰ ক্ৰমে পৰিত্যাগ কৰাৰ কাৰণেই হিন্দুৰ আজি এনে অৱনতি, এনে দুৰ্দ্দশা! ব্ৰাহ্মণসকলে নিজ কুলধৰ্ম্ম বৰ্জ্জন কৰাৰ কাৰণেই আজি স্বাধীন ভাৰত [illegible] ভাৰত ক্ৰমে সাধু আৰু ভক্তহীন হৈ আহিব ধৰিছে— ই [illegible]ম্লেচ্ছ-শিক্ষাৰ দোষ। গীতাত ভগৱান শ্ৰীকৃষ্ণই কৈছে— "স্বধৰ্ম্মে নিধনং শ্ৰেয়ঃ পৰধৰ্ম্মো ভয়াবহঃ"। বাস্তৱিকে নিজ ধৰ্ম্মৰ প্ৰতি ঘৃণা আৰু পৰধৰ্ম্মৰ প্ৰতি শ্ৰদ্ধায়েই আজি হিন্দুক ক্ষীণকায় আৰু কাপুৰুষ কৰিছে। জাতিভেদৰ নিয়ম শিথিল হোৱাৰ কাৰণেই নানা জাতিৰ সংমিশ্ৰণত হিন্দুযুৱকসকল দিনে দিনে অল্পায়ু হৈ অকালতে মৃত্যুৰ মুখত পতিত হৈছে। লগে লগে খাদ্যাখাদ্যৰ অবিচাৰ আৰু এইবাবেই মৃত্যুৰ হেতু নানা ৰোগৰ উৎপত্তি। হিন্দুৰ মত পাৰ্থিৱৰ পিনে নহয়; সংসাৰ মায়াময়, অসত্য, এনে অসত্যক সত্য পতা হিন্দুৰ বাহিৰে আন ম্লেচ্ছ জাতিৰ মাত্ৰ। হিন্দুৰ দৃষ্টি বিশেষকৈ পৰকালৰ পিনে, ইহ সংসাৰৰ অনিত্য ভোগ-বিলাসিতাই প্ৰকৃত হিন্দুক সুখী কৰিব নোৱাৰে, কিয়নো হিন্দুবিলাকে কৰ্ম্মফল আৰু পুনৰ জন্মত বিশ্বাস কৰে। যোগ তপস্যা দ্বাৰা কৰ্ম্মফল খণ্ডন নকৰিলে বাৰম্বাৰ জন্ম মৃত্যুৰ অধীন হ'ব লাগে। এইহেতুকে হে ভ্ৰাতৃসকল! মিছা সংসাৰ লৈ কিটো কৰিবা। কেনেকৈ আমাৰ পৰকালৰ বাট সুগম হয় তদৰ্থে নিজ হিন্দুধৰ্ম্মত দৃঢ় বিশ্বাস কৰি তাৰ উন্নতি অৰ্থে যথাসাধ্য চেষ্টা কৰা,— এইটি কথা ভাৰতবাসীৰ হিন্দুৰ জীৱনৰ ঘাই ব্ৰত।"

সচ্চিদানন্দ স্বামীয়ে এইখিনি কথা কৈ শেষ কৰিলত কলেজ আৰু

স্কুলৰ ছাত্ৰসকলে কোৰং-মেলা কৰিব ধৰিলে। আমিনো এতিয়া কোনটো বাটে যাওঁ। এজনে কব এটি দৰে আনটিয়ে কব আন[illegible] দৰে—এতিয়া কাৰ কথাকনো সঁচা মানো? এইবিলাক কথা বি[illegible] কেশৱ বৈৰাগীয়ে ছাত্ৰসকলে কোৱাকুই কৰা শুনি থিয়দি কবলৈ ধৰিলে, “হে ছাত্ৰসকল! হে ৰাইজসকল! এতিয়া বেলি মাৰ যাওঁ যাওঁ হৈছে, মই এযাবদিয়েক কথা জনাই মোৰ বক্তব্যৰ সামৰণি মাৰো। বা[illegible]কেটা, তাত অনেক বাট মিলিছেহি। বুদ্ধিমান পৰিশ্ৰমী লো[illegible] নিজৰ চলাচল আৰু গাড়ী ঘোৰাৰ অহাযোৱাৰ সুবিধাৰ অৰ্থে সেই বাট শিলেৰে পকাকৈ বান্ধি লৈছে, কোনোৱে ধুলি মাটিৰে বান্ধিছে, আকৌ কোনোৱে বা বন্ধাই নাই। এইবিলা-কৰ ভিতৰত সত্যশিলেৰে বান্ধোৱা পকা বাটটিয়েই সত্য উৎকৃষ্ট আৰু যিবিলাকে তাক কৰিছে সেই মানুহবিলাকেই অইন বিলাকতকৈ শ্ৰেষ্ঠ আৰু প্ৰশংসনীয়। নৈষ্ঠিকতা কিহক বোলে? নিজক পবিত্ৰ ভাবি আনক ঘিণ কৰাটোকেই নৈষ্ঠিকতা বোলেনে? মোৰ ভাৱেৰে জ্ঞানক সাৰটি ধৰা আৰু ঈশ্বৰক পিতৃবোধে ভক্তি কৰাকেইহে নৈষ্ঠিকতা বোলে।

“মোৰ ভকতৰ সখি নকৰা বিচাৰ।
ব্ৰাহ্মণ চাণ্ডাল জানা সবে একাকাৰ॥”

যি জনে চাণ্ডাল বামুণত ভিন্ ভাব নেদেখে তেওঁৱে নৈষ্ঠিকানন্দ হব পাৰে। প্ৰকৃতপক্ষে জাতিভেদ সত্য নহয়। এইহেতুকে সৃষ্টিৰ দিনৰেপৰা ভগবানৰ অংশ লৈ ধৰ্ম্মৰ গ্লানি গুচাবলৈ যিসকল মহাপুৰুষ অৱতাৰ হৈছে সেইসকলৰ ভিতৰত কোনেও জাতিভেদ উঠাবলৈ চেষ্টা নকৰাকৈ থকা নাই। কিন্তু এই ভাৰতৰ আৰ্য্যজাতিৰ অধঃপতনৰ মূল কাৰণ এই নৈষ্ঠিকানন্দ স্বামীসকলেই। এৰাসকলে ভাৰতত বাৰ

বাৰ জাতিভেদ ( যাক মই ঘৃণাৰূপ জাতিভেদ বোলোঁ। ) সুৰাই এই ভাৰতবৰ্ষক পৰাধীন কৰি বিদেশীসকলৰ হাতত পেলালে। চাতুৰ্ব্বৰ্ণম্ ময়া সৃষ্টম্ গুণ-কৰ্ম্ম বিভাগশঃ"। ভগবানে কোৱা এই কথাটিয়ে কি ৰূপে? ই কেৱল গুণ অনুসাৰে কৰ্ম্মবিভাগকেইহে বুজায়। এনে কৰ্ম্ম বিভাগৰ চাৰি শ্ৰেণী মানুহ পৃথিৱীৰ সকলো জাতিৰ ভিতৰতেই আছে। যেনে, ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য আৰু শূদ্ৰ বা labour party, শ্ৰমজীৱি লোক। ঈশ্বৰ পূৰ্ণ অনন্ত গুণ সম্পন্ন তেওঁৰ বাজে তেওঁৰ স[illegible] পূৰ্ণজ্ঞান, পূৰ্ণ গুণ একাধাৰে কোনো মানুহৰ লগত থাকিব নোৱাৰে[illegible]ই বৈচিত্ৰ-ময় সংসাৰত দেখা যায় কোনো মানুহ দাৰ্শনিক হয়, কোনো মানুহ ডাক্তৰ কবিৰাজ হয়, কোনো মানুহ জ্ঞানী পণ্ডিত হয়। কোনো মানুহ কৃষক হয়, কোনো মানুহ মিস্ত্ৰি, কমাৰ, কুমাৰ তাঁতি ইত্যাদি হয় আৰু কোনোবিলাক দেশৰ শান্তি ৰক্ষাৰ্থে ভাল যোদ্ধা আৰু ৰণপণ্ডিত হয়। এনেবিলাক গুণ নিজ নিজ স্বভাৱ অনুসাৰে মানুহে পাই সংসাৰক্ষেত্ৰত সংসাৰ-ধৰ্ম্ম আৰু মানৱধৰ্ম্মৰূপ খেতিক ৰক্ষা কৰে। এনে ৰক্ষাকাৰী মানুহ সমষ্টিকেই জাতীয়-জীৱন বোলে। যেনেকৈ মূৰৰ চুলিৰ পৰা ভৰিৰ আঙুলিলৈকে দেহযন্ত্ৰ ৰূপ শৰীৰৰ কোনো এটি সূক্ষ্ম অংশ দুৰ্ব্বল আৰু অকামিলা হলে গোটেই শৰীৰ-টিৰ অভাৱ হৈ পৰে আৰু দেহযন্ত্ৰৰ নিয়মিত কাৰ্য্যৰ হানি ঘটে, তেনেকৈ জাতীয় জীৱন-যন্ত্ৰৰ কোনো এশ্ৰেণী প্ৰকৃতিয়ে গুঠি দিয়া কৰ্ম্মসূত্ৰ মালাধাৰিৰ মানুহৰ অৱনতি হলেই গোটেই জাতিৰ অধঃ-পতন হয়। এই নিমিত্তেই আমি জাতীয় জীৱন ৰূপ workshop কৰ্ম্মমন্দিৰৰ পৰা কাকো বাদ দিব নোৱাৰোঁ। কাকো সৰু বুলি তুচ্ছ কৰিব নোৱাৰোঁ আৰু প্ৰেমৰ সলনি ঘৃণাৰে ব্যৱহাৰ কৰিবও নোৱাৰোঁ। সকলো কাৰ্য্যতেই সমাজে শিক্ষক বিচাৰে। এই শিক্ষক

শ্ৰেণীকেই সকলোজাতিৰ মানৱসমাজে বামুণ পাতে। বামুণ জা[illegible] জীৱনৰূপ যন্ত্ৰটিৰ নিয়ামক, ক্ষত্ৰিয় ৰক্ষক, বৈশ্য চালক, শূদ্ৰ [illegible] কাৰক। এনে কৰ্ম্মবিভাগৰ বামুণ শিক্ষক আৰু নেতা, গ[illegible] ৰূপকভাবে কৰিয়ে বামুণক ব্ৰহ্মাৰ মুখৰ পৰা ওলোৱা, প্ৰহৰীৰ[illegible] ক্ষত্ৰিয়ক যুদ্ধ কৰিব পৰা গতিকে তেওঁৰ বাহুৰ পৰা, বৈশ্যে কৰ্ম-বৃক্ষৰ পৰা [illegible] পাৰি আনি সকলোকে খাবলৈ দিয়া গতিকে বৈশ্য, শ[illegible] কৰ্ম্মবৃক্ষ-গছজুপিত পানী দিয়ে, তল চিকোনাই দিয়ে গ[illegible]কে বৈশ্যক ব্ৰহ্মাৰ উৰুৰ পৰা, শূদ্ৰক তেওঁৰ চৰণৰ পৰা ওলোৱা বুলি কল্পনা কৰিছে। এই চাৰি শ্ৰেণী মানুহৰ ভিতৰত নিজ নিজ কৰ্ত্তব্য অনুসৰি প্ৰত্যেকটিয়েই ডাঙৰ। এই কাৰণে গমি দেখিলে ইয়াকেহে পোৱা যায় যে এই জাতীয় জীৱন-যন্ত্ৰটি যেতিয়া কতো আঁৰ নলগা হৈ চলে তেতিয়ালৈকে সেই জাতিটি পৃথিৱীত প্ৰতাপী জাতি হৈ পৰে। এই যন্ত্ৰত মইবৰ স্বভাবৰূপ ঘূণাৰ ময়লা লাগিলেই যন্ত্ৰ নষ্ট হয তেতিয়া সেই জাতিটি আন জাতিৰ গোলাম হয় আৰু চোৰ ডকাইতৰ হাতত ধেমালিৰ নাচ দেখুৱা ভালুক-বান্দৰ হৈ পৰে। যেনেকৈ মস্তিস্কৰ বিকাৰ হ'লে দেহযন্ত্ৰ-টিৰ ইন্দ্ৰিয়বিলাকে কাৰ্য্যৰ বিশৃঙ্খল লগোৱা স্বাভাবিক, সেইদৰে জাতিৰ মস্তিস্কস্বৰূপ বামুণ অজ্ঞানী আৰু স্বাৰ্থপৰ হলেই যি কোনো জাতিৰ জাতীয়-জীৱন বিশৃঙ্খল হয়। এই ভাৰতৰ যি আৰ্য্যজাতিৰ উচ্চ জ্ঞান বিজ্ঞানে পৃথিৱীক পোহৰ কৰি পেলাইছিল আজি সেই ভাৰতৰ জাতীয় জীৱন নষ্ট পাই তাৰ কি দশা হৈছে সকলোৱে ভাবি চাওক। ইয়াৰ মূল কাৰণ জাতিৰ সমতা ৰক্ষাকাৰক মূৰ স্বৰূপ ব্ৰাহ্মণ আদি শিক্ষক শ্ৰেণী নহয়নে? স্ত্ৰীশিক্ষা আৰ্য্যজাতিৰ যি মূল ভিত্তি আছিল তাত অজ্ঞানতা আহি পৰাৰ কাৰণে ধ্বংস

পালে। বৰ্ত্তমান তেনে ধ্বংস-শ্মশানৰ ছাইৰ পৰা এই স্ত্ৰীশিক্ষা উদ্ধাৰ কৰিবৰ চেষ্টা পাওঁতে এই নৈষ্ঠিকানন্দ স্বামীসকলেই বিধি-পথালি লগায়। আজিকালি ভাৰতৰ কিছুমান নৈষ্ঠিকানন্দ স্ত্ৰী বিহীন স্বামী ওলাই স্কুল কলেজৰ ছাত্ৰসকলৰ মনক বিভ্ৰম কৰি পেলাইছে। তেখেতসকলে যি নৈষ্ঠিকতা প্ৰচাৰ কৰে তাৰ দ্বাৰাই জাতি-ভেদ ৰক্ষা কৰি কটাঘাত খাৱণি দিয়াৰ দৰে জাতিভেদৰ ওপৰত ন ন জাতিভেদ পাতি হিন্দু জাতি আৰু ধৰ্ম্মক উছন যোৱাৰ বন্দবস্ত লগাব খোজে আৰু সনাতন ধৰ্ম্মটিক অসনাতন ধৰ্ম্ম পাতিব খোজে। তেখেতসকলে যিদৰে হিন্দুৰ ধৰ্ম্ম আচাৰ আৰু ব্যৱহাৰ পাতিব খোজে তাক ভালদৰে টলকি চালে কেৱল ঘৃণা অহঙ্কাৰ আৰু বিদ্বেষ আদিৰহে সত্ৰ বুলিব পৰা যায়। এতিয়া যুগধৰ্ম্মৰ জ্ঞানে কোনো মানুহৰ চকুত বালি মাৰিব নিদিয়ে। এতেকে হে নৈষ্ঠিকানন্দ স্বামী-সকল! আপোনাসকলে কিয় ভাৰতৰ জাগৰণ হবলৈ খোজা অৱ-স্থাৰ বাটত বিধি-পথালি কৰে। সময়-সোঁতক যি ভেটা দিবলৈ যায় তাৰ নিষ্ফলতা লাভ কৰাটো ধ্ৰুৰূপ কথা। এতিয়া আৰু মায়া-বাদ দেখুৱাই ইহকাল কেৱল দুখৰ বোজা, পৰকাল মাত্ৰ বৈকুণ্ঠ এনে বিশ্বাস জন্মাই নৈষ্ঠিকানন্দ স্বামীসকলে দুখকাৰীয়ে দুখ কৰি ঘটা ধনৰ ভাগ বহি বহি লবৰ দিন নাই। এতিয়া প্ৰায় সকলোৱে বুজিছে এই ভাৰতত বেদ-পৰায়ণ দৰ্শনত দাৰ্শনিক, যুদ্ধবিদ্যাত মহা-পটু, জ্ঞানত মহাজ্ঞানী, সঙ্গীত বিদ্যাত বৰ পাৰ্গত, কৃষি-বিদ্যা, শিল্প-বিদ্যা আৰু ব্যৱস্থা-শাস্ত্ৰত মহাব্যৱস্থাপক আৰু পাৰদৰ্শী একাধাৰে সকলো গুণেৰে বিভুষিত হৈ ব্ৰহ্মক জানি ব্ৰাহ্মণত্ব লাভ কৰা অজি-কালি এনে বামুণ নাই। এতিয়া কেৱল আছে স্বাৰ্থপৰ ধৰ্ম্মৰ কিছুমান দোকানী; এইসকলে কি তীৰ্থত কি দেৱমন্দিৰত, কি

নগৰত, কি গাঁৱত সকলো ঠাইতে ধৰ্ম্মৰ দোকান পাতি মূৰ্খক দেৱতাসকলৰ ভয় আৰু যমৰজাৰ নগৰৰ নৰককুণ্ডৰ ভয় দেখাই নিজে অৰ্থ উপাৰ্জ্জন কৰি বহি আছে। এই ভাৰতবৰ্ষৰ মৰি পচি যোৱা জকাটিৰো ৰক্ষা নাই, কাৰণ তাকো লাখে লাখে সাধু নামধাৰী সন্ন্যাসী, ফকিৰ, সনাতন ধৰ্ম্মৰক্ষাকাৰী নৈষ্ঠিকানন্দ স্বামী আৰু আধ্যাত্মিক ধৰ্ম্মৰক্ষাকাৰী মহামহোপাধ্যায়সকলে আহি খছকি-মছকি ঘুগুলা-ঘুগুল কৰে। হিন্দুধৰ্ম্ম মছলমানধৰ্ম্ম খ্ৰীষ্টিয়ান ধৰ্ম্ম আৰু বৌদ্ধধৰ্ম্ম, এনেবিলাক ধৰ্ম্মৰ নামকৰণ মূলত একে সত্যধৰ্ম্ম-কেই ভাগভাগকৈ কেৱল প্ৰত্যেক সম্প্ৰদায়ৰ বামুণবিলাকে শাস্ত্ৰ কৰিছে। মুঠতে দেখিবলৈ গলে সৃষ্টিৰহস্যৰ গুৰিতে তিনটি গুণ দেখা যায়—সত্ব, ৰজ আৰু তম। ইংৰাজী ভাষাত ইয়াৰ নাম, Construction, Protection & Destruction. তেনেহলে এই তিনটি গুণ ভাবি দেখিলে আচল সৃষ্টিকৰা আৰু এই সৃষ্টিৰক্ষাকাৰী গুণেই ধৰ্ম্ম। ধৰ্ম্ম অৰ্থে ধৃ ধাতু ধৰি ৰখাক বুজায় আৰু অসমীয়া কথাত ধৰ্ম্মক ধৰণি বোলে। মুঠতে কবলৈ গলে যিহে ধৰি ৰাখে তাকে ধৰ্ম্ম বোলে। এতিয়া চাব লগা হৈছে, কি বস্তুটিক ধৰ্ম্ম বোলে। ধৰ্ম্মৰ আচল অৰ্থে স্বভাৱক বুজায়, যেনে জুইৰ ধৰ্ম্ম দাহন কৰা, জলৰ ধৰ্ম্ম সিক্ত কৰা, তেনেহলে মানুহৰ ধৰ্ম্ম কি? মানুহৰ ধৰ্ম্ম জ্ঞান শিক্ষা কৰা আৰু তাক প্ৰচাৰ কৰা। জ্ঞান আকৌ কেনে জ্ঞান? ইন্দ্ৰিয়জ্ঞান সকলো জীৱৰেই আছে। জ্ঞান অৰ্থে তাকেই বুজায়নে? নহয়। মানুহৰ ন্যায়-অন্যায় পাপ-পুণ্য হক-বেহক আৰু ভাল-বেয়া বিচাৰ কৰা যিটি শক্তি সেই শক্তিটিৰ শলিতাগছ ভাল দৰে উজলাই লোৱা কথাটিকেই জ্ঞানশিক্ষা বোলে। যিটি শক্তিৰ শলিতা মানৱাত্মাৰ অন্তৰত আছে তাকেই বিবেক বোলে। এই বিবেক

যি মানুহ বা জাতিৰ বৰ পোহৰকৈ জ্বলে, সেই জাতিয়েই মানুহ, সেই জাতিয়েই দেৱতা। এনে দেৱভাব যেতিয়া কোনো এটা জাতিৰ হয়, তেতিয়া সেই জাতিৰ অন্তৰত প্ৰেমে বৰকৈ ক্ৰিয়া কৰে। যিজাতিৰ অন্তৰত প্ৰেমে ক্ৰিয়া পৰে সেই জাতিৰ ভিতৰত জাতিভেদ থাকিব নোৱাৰে। কিয়নো সাম্য, মৈত্ৰী আৰু স্বাধীনতাই সেই জাতিটিৰ অন্তৰত থানিকা পাতে। আমাৰ কেইজনমান নৈষ্ঠিকানন্দ স্বামীয়ে "ফাদাৰ ডেমিয়েন"ৰ দৰে কুষ্ঠৰোগীৰ দুখ দেখিব নোৱাৰি সিহঁতৰ উপকাৰ অৰ্থে নিজৰ জীৱন বলিদান দিছে? আমাৰ কেইজন বামুণে "লিভিং-ষ্টোন"ৰ দৰে অসভ্য নিগ্ৰোৰ ভিতৰত সোমাই সিহঁতক শিক্ষা দি জ্ঞানী কৰাৰ অৰ্থে আমাৰ অসভ্য নগা ডফলাবিলাকক সুশিক্ষা দিছে? জাতযোৱা ভয়তে হওক বা নানা প্ৰকাৰ পুৰুষ পুৰুষানুক্ৰমে কৰপেট বান্ধ যোৱা কু-সংস্কাৰৰভয়তে হওক আমাৰ গোসাঁই-বামুণে যিস্থলত তেনে মনুষ্যত্বৰ কাম কৰিবলৈ সাহ কৰিব নোৱাৰে তেনে স্থলত এনে ভাৰু-কাপুৰুষৰ ভিতৰতহে নৈষ্ঠিকানন্দ স্বামী জন্ম হয়। এনে স্বামীৰ কি ধৰ্ম্ম আছে কোৱাচোন। দেশত প্ৰকৃত বামুণ থকাহেঁতেন এই দেশৰ এনে অধঃপতিত অৱস্থা কেতিয়াও নহ'ল হেঁতেন। নৈষ্ঠিকতা বোলে কিহক? পৰিষ্কাৰ স্বাস্থ্য আৰু বলবৃদ্ধিকাৰক খাদ্য আহাৰ কৰা, পৰিস্কাৰ ঘৰত থকা ইত্যাদি ৰীতিনীতিবিলাক অনুযায়ী জীৱন-পথত চলাই আচল নৈষ্ঠিকতা। আগৰ ঋষি-মুনি সকলে এনে নৈষ্ঠিক আছিল যে নিজে ভাত ৰান্ধি নেখাইছিল। অপাস্তম্ভ সূত্ৰত দেখা যায় যে শূদ্ৰে বামুণক অন্ন পাক কৰি খুৱাইছিল। শূদ্ৰে বামুণৰ ৰান্ধনি হোৱাৰ নিয়ম এই আছিল যে, শূদ্ৰে দাড়ি গোফ খুৱাই মুখত কাপোৰ বান্ধি বামুণক ভাত ৰান্ধি খুৱাব পায়। বামুণ ভাত ৰান্ধনি হ'লে জাত গৈছিল,

এই কাৰণে স্মৃতিত লিখা আছে, "অসিজীৱি মসীজীৱি দেৱলঃ গ্ৰাম যাজকঃ। আতুৰঃ সুপকাৰশ্চ ষড়েতে ব্ৰাহ্মণাধমঃ।" ইংৰাজ চাহাৰ সকলৰ আজিকালি যেনে খানচামা, বেহাৰা আছে, আগৰ ব্ৰাহ্মণ, ক্ষত্ৰিয় সকলৰো তেনে আছিল। ৰামায়ণত পোৱা যায়, ৰাম যেতিয়া বনলৈ যায়, তেতিয়া ৰজা দশৰথে আক্ষেপ কৰি কৈছিল যে যি ৰামৰ খোৱা অন্ন, কুণ্ডলধাৰী সুপকাৰীসকলে অনিয়াঅনিকৈ পাক কৰিছিল— সেই ৰামে এতিয়া বনলৈ গৈ কেনেকৈ তিতা, কেহা আদি ৰসযুক্ত বনজাত ফল-মূল খাই জীয়াই থাকিব! "যস্যাহাৰসময়ে সুদাঃ কুণ্ডলধাৰীণঃ অহং পূৰ্ব্বপচন্ত্যামহং পূৰ্ব্বপচন্ত্যামি পচন্ত্যাং পামভোজনম" ইত্যাদি। কৰ্ম্মফলবিবৰ্ত্ত বা ক্ৰমবিকাশ নিয়মতকৈ আন একো নহয়। যি জাতিয়ে স্ত্ৰীজাতিক মাতৃ-ভগিনীৰ দৰে সন্মান নকৰে, সেই জাতি চিৰকাল অধঃপতিত থাকে। এই প্ৰকাৰৰ নৈষ্ঠিকানন্দ স্বামীসকলে ভাৰতবৰ্ষৰ একত্ৰিশ কোটী মানুহৰ ভিতৰত আঠ কোটী মুছলমান হব দিলে আৰু খ্ৰীষ্টানো সম্ভৱতঃ চাৰি পাঁচ কোটী হব। ইয়াৰ বাহিৰে আঠ কোটীমান অস্পৃশ্যজাতি ধৰিলে মুঠতে হিন্দু দহকোটীমান হে গৈ থাকে, গোটেই পৃথিবীত তেৰশ কোটী মানুহৰ বাস। ইয়াৰ ভিতৰত দহকোটী মাত্ৰ নৈষ্ঠিক হিন্দু। এইখিনি হিন্দুৰে যে অকলে স্বৰ্গলৈ যাব অইনবিলাক নাযাব তাৰ কিবা অৰ্থ আছেনে? আকৌ এই নৈষ্ঠিকানন্দ স্বামীসকলে পোন প্ৰথমতে মুছলমানসকলক আনি হিন্দু-ৰাজত্ব ধ্বংস কৰিলে আৰু এইবিলাকে ভাৰতৰ হিন্দুজাতিক চিৰকাল, পৰকালৰ কাৰণে টালি-টোপোলা বান্ধিবলৈ শিক্ষা দি ইহ সংসাৰক মিছা বুজাই হাজাৰে হাজাৰে সন্ন্যাসী সৃষ্টি কৰি হিন্দুজাতিটিক অসাৰ কৰি পেলালে। এতেকে হে নৈষ্ঠিকানন্দ স্বামীসকল! আপোনালোক মনে মনে থাকক;

আমি এতিয়া আমাৰ সত্যযুগৰ হিন্দুধৰ্ম্ম প্ৰচাৰ কৰি আমাৰ সুজলা সুফলা পৱিত্ৰা ভাৰত-জননীৰ সন্তানবিলাকেৰে সৈতে বৰ্ত্তমান যুগ-ধৰ্ম্ম অনুসৰি জাতি গঠন কৰোঁ। আৰু বৰ্ত্তমান যুগত বিস্থলত জ্ঞান আৰু শৰীৰৰ বল বঢ়াই আমি কেনেকৈ এটি মহাজাতিত পৰিণত হবগৈ পাৰোঁ, ঠিক তেনে ভাবে অতীজৰ আৰ্য্যনিয়ম আৰু বৰ্ত্তমান আন আন সভ্যজাতিৰ গুণৰ অনুকৰণ কৰি জীৱন-পথত আগবাঢ়িবলৈ চেষ্টা কৰোঁ আৰু এনে আগবঢ়াটোৱেই হৈছে আমাৰ আচল পথ।

এই নৈষ্ঠিকানন্দ স্বামীয়ে পৰকালৰ বাবে চিন্তা কৰে, ইহকালৰ নকৰে। সংসাৰ অসাৰ দেখুৱাই অজ্ঞান জনপদৰ পৰা ধন তোলে। সকলোকে যোগ অভ্যাস কৰি যোগী হবলৈ কয়, তাৰ মানে লেংট মৰা সন্ন্যাসী হ'ব লাগে। চাফ-চিকোণ কাপোৰ আৰু ভাল কাপোৰ পিন্ধাক বিলাসিতা পাতে; দেশে দেশে অসাৰ কথাৰ দ্বাৰাহে ধৰ্ম্ম বক্তৃতা দি অজ্ঞান জনপদৰ অন্তৰৰ পৰা, দেশভাব দেশপ্ৰেম আৰু একতা নষ্ট কৰাৰ মূল নৈষ্ঠিকানন্দ স্বামীসকলেই, অথচ চণ্ডাল নামৰ লোকেও যদি সৰহকৈ ধন দিয়ে তাৰ হাতেও মনে মনে খাবলৈ কুণ্ঠিত নহয়। হিন্দুধৰ্ম্মৰ নামে দোহাই দিয়া এনে স্বাৰ্থপৰ ভণ্ডসকলেই দেশক এক হবলৈ নিদি সৰ্ব্বনাশ কৰে।" এই কথা কৈ বিবেকেশ্বৰ বৈৰাগীয়ে যেতিয়া সামৰণি মাৰিলে তেতিয়া ছাত্ৰসকলে জয়ধ্বনি কৰি নৈষ্ঠিকানন্দ স্বামীক তিতকাৰী দি, বিবেকেশ্বৰৰ শলাগ লৈ সভা ভঙ্গ হৈ গ'লত ঠায়ে ঠায়ে গুচি গ'ল।

—অন্ত—

# শলাগনি

মোৰ "কঃ পন্থাঃ" গ্ৰন্থখনি ছপা অন্তত শ্ৰীমান অতুলচন্দ্ৰ হাজৰিকা বি, এ বাপাৰ গুচৰত তেওঁ এই গ্ৰন্থখনিৰ সম্পূৰ্ণ প্ৰুফ চাই দিয়াৰ বাবে তেওঁৰ অনুগ্ৰহৰ নিমিত্তে তেওঁত কৃতজ্ঞতা প্ৰকাশ নকৰাকৈ থাকিব নোৱাৰিলোঁ। ;

শ্ৰীকমলাকান্ত ভট্টাচাৰ্য্য